ৰহস্য চিৰিজ—৭

ৰহস্য চিৰিজ -৭-7

# অভিসন্ধি



Abhisandhi—An Asamese Novel by Premnarayan. Published by Shri P. K. Dutta, M. Sc.; Mani Manik Prakash, Guahati. Cover design & drawing by Sri K. K. Medhi, B. A; 1st published April 1960. Two thousand copies. Price Rs. 2·50 nP.

Printed by Sri R. G. Basak, Sreekanta Press, 75, Baithakkhana Road, Calcutta-9.

প্ৰকাশ কৰিছে

শ্ৰীপঙ্কজ কুমাৰ দত্ত; এম. এচ. ছি.

মণি-মাণিক প্ৰকাশ

গুৱাহাটী

প্ৰথম প্ৰকাশ

এপ্ৰিল ১৯৬০

বেটুপাত ৰচনাত

শ্ৰীকৰুণাকুমাৰ মেধি; বি. এ.

ছপা কৰিছে

শ্ৰীআৰ, জি, বসাক

শ্ৰীকান্ত প্ৰেছ

৭৫ বৈঠকখানা ৰোড

কলিকাতা—৯

মূল্য—২·৫০ ন. প.

# অৰ্পণ

শ্ৰীযুত ৰাধাগোবিন্দ বসাক,

মহাশয়ৰ

শ্ৰীকৰকমলেষু—

প্ৰেমনাৰায়ণ—

শুভ

নৱবৰ্ষ

১৩৬৭

# আমাৰ প্ৰকাশিত পুথি সমূহ ঃ

জনপ্ৰিয় প্ৰতিভাবান কথাশিল্পী—

**প্ৰেমনাৰায়ণ দেৱৰ**

পৈণত লেখনী নিসৃত বাছকবনীয়া গ্ৰন্থৰাজি

১। সমস্যাবহুল বাস্তৱ জগতখন সূক্ষ্ম নিৰীক্ষণ কৰি তাৰেই কাহিনী আহৰণ কৰি চিত্ৰিত কৰা বিভিন্ন হৃদয়গ্ৰাহী ৰসৰ সমাবেশ, সামাজিক উপন্যাস ঃ—নিয়তিৰ নিৰ্ম্মালি ( দ্বিতীয় প্ৰকাশ ) ৩·৫০, প্ৰণয়ৰ স্মৃতি ৩·৫০, প্ৰাণৰ পৰশ ৪·২৫, মুক্তিৰ পথেদি ১·২৫।

২। ল'ৰা-বুঢ়া নিৰ্ব্বিশেষে ৰহস্যৰ চাকনৈয়াত বুৰি ৰসাপ্লুত হোৱা ৰহস্যৰ মৌ-চাক ঃ—'পা-ফু' চিৰিজৰ—দিনডকাইত, ৰাম-টাঙোন, নাৰীদস্যু, প্ৰহেলিকা, বিভীষিকা, সোণৰ পাহাৰ, দৰ্প-চুৰ্ণ, বিপ্লৱী বাহিনী, শক্তিশেল, মাধমাৰ, ৰূপান্তৰ, অদৃশ্য সন্ধান—মূল্য খনে দুটকাকৈ আৰু চিপজৰী ২·৫০, সমসৰী ২·০০, অজান আততায়ী ২·০০ টকা।

ৰহস্য চিৰিজৰ—অগ্নিৰ্বাণ ১·২৫, নৰবলি ১·২৫, হত্যাৰহস্য ১·৭৫, জেৰীয়াগাঁঠী ১·৫০, যমকাল ২·০০, মেৰপেচ ২·৫০, অভিসন্ধি ২·৫০ ন. প।

৩। ৰসিকতাৰ ৰহঘৰা, হাঁহিৰ খুনপাক, ধেমেলীয়া গল্পৰ শৰাই—অসমাপ্ত ১·০০, আশীৰ্ব্বাদ ১·০০, হে হৰি সাৰশূন্য ১·০০, আদি ৰসৰ উৎপত্তি ১·০০, পফেল-ফেলতুঃ-ফেলুঃ ০·১৯ ন. প., ৰসমাধুৰী ৩·০০ ন. প। ৪। ব্যঙ্গচিত্ৰৰ অভিনয়ৰ উপযোগী ধেমেলীয়া নাটক—কণ্ঠৰোল ০·৩৭ ন. প., সৎকাৰ ১·২৫ ন.প। ৫। শিশু সকলৰ মনমোহা সচিত্ৰ শিশু উপন্যাস—পোহৰৰ বাটত ১·০০ ন. প। ৬। ৰোশনী কী ৰাহমে—১·০০ ( পোহৰৰ বাটত'ৰ ৰাষ্ট্ৰভাষা হিন্দীলৈ অনুদিত )।

শ্ৰীসুৰেন্দ্ৰ দাস, বি, এচ-চি দেৱৰ

১। মৎস্য পালন আৰু সংৰক্ষণ—১·৫০ ন. প।

মণি-মাণিক প্ৰকাশ
প্ৰকাশক
উজানবজাৰ, গুৱাহাটী

# অভিসন্ধি

—এক—

গগন গগৈ, এড্‌ভোকেট। আইনৰ কিতাপ আৰু 'ডাইজেষ্ট'ৰ বৃহৎ কিতাপবোৰৰ প্ৰকাণ্ড কোঠালীটোৰ তিনিফাল তেনেই ভৰপূৰ 'ডাইজেষ্ট' পঢ়িলেও তাক হজম নকৰি পেটৰ ভিতৰত জমা কৰি ৰখাত আইনবোৰে উকট্‌-পাকট্‌ লগাই থাকে। বিপৰীত বুদ্ধিৰে লাওখোলাটো ভৰপূৰ। আদালতত ভাল অভিনয় কৰে। মুখৰ কথাত আথৈ ফুটে। জিভাত ধাৰ আছে। সাক্ষীৰ পেটৰ কথা টানি উলিয়াব পাৰে। বাহিৰত নাম-যশ বৈ পৰা।

তৃতীয় মক্কেলক বিদায় দি কাকতবোৰ মহৰীক চমজাই দি, ফীজৰ নোটবোৰ হাতত লৈ ঘৈণীয়েকৰ হাতত দিবলৈ ভিতৰলৈ যাব বুলি মন কৰি থিয় হল। সেই সময়তে আন এজন মানুহ ব্যস্ত ভাবে সোমাই আহি নমস্কাৰ দি কলে "স্যাৰ মোৰ নাম বাদল ভদ্ৰ। পৰামৰ্শ বিচাৰি আপোনাৰ ওচৰলৈ আহিছোঁ। মানে এখন উইলৰ বিষয়ে, তাৰমানে..."

গগৈয়ে "ৰ'ব", বুলি আগন্তুকৰ মূৰৰ পৰা ভৰিলৈকে নিৰীক্ষণ কৰি চালে। মানুহ দেখি জেপৰ সম্বল বুজিবলৈ তেওঁৰ পলম নহয়। ভদ্ৰৰ জেপ গধূৰ নহয় বুলি বুজিব পাৰি কলে" মোৰ সময় নহব। উইলৰ বিষয়ে পৰামৰ্শ কৰিবলৈ বা প্ৰবেটৰ দৰখাস্ত দিবলৈ সৰু-সুৰা বহুত উকীল আছে। সেই বিলাকৰ ওচৰলৈ যাওক গৈ।"

বাদলে চকী এখনত ধৰি বহিবলৈ ইচ্ছা কৰি কিবা ভাবি নবহিলে। হাতযোৰ কৰি কলে "নহয় মিঃ গগৈ। মই জানো যে সেই সকলৰ

পৰা মোৰ কোনো সুবিধা, তাৰমানে কোনো ভাল পৰামৰ্শ মই নাপাওঁ। সেই বাবেহে আপোনাৰ ওচৰলৈ আহিছোঁ। মানে মোৰ কেচটো বেলেগ ধৰণৰ তাৰমানে ···”

“মানে পিছতো কব পাৰিব। আগেয়ে শুনক, এইবোৰ সৰু-সুৰা কেচ মই নলওঁ। তথাপি লব লাগিলে মোক বায়না পাচ শ টকা লাগিব আৰু যি কেইদিন আদালতত হাজিৰ হবলগীয়া হয় তাৰবাবে ডেইলি ফীজ এশকৈ দিব লাগিব। তাকো অগ্ৰিম নাপালে মই হাজিৰ নহওঁ। এয়ে মোৰ খোলা কথা। তথাপি যদি ইচ্ছা কৰে তেন্তে বহক আৰু ফীজৰ টকা উলিয়াওক।” বুলি কৈ নিজে বহিল।

গগৈৰ কথা শুনি বাদলৰ মুখ শুকাই গল। বহিবলৈ পাহৰি মিছাতে জেপত হাত সুমাই আকৌ উলিয়াই আনি মূৰ খজুৱাই ওঠ চেলেকিবলৈ ধৰিলে। তাকে দেখি উকীলৰ পুতৌ উপজিল। নৰম সুৰত কলে “বহক ভদ্ৰ। জানি শুনিয়ে মই কৈছিলো অইন উকীল ধৰিবলৈ। সেয়ে মোৰ উপদেশ, তাকে কৰকগৈ।”

বাদলে বহি কওঁ নকওঁ কৰি কলে “মানে টকা অৰ্থাৎ তাৰমানে আপোনাৰ ফীজ সম্প্ৰতি মানে মই টকা পালে তাৰমানে দুগুণ চাৰি-গুণো দিবলৈ সন্মত হৈ মানে লিখি দিব পাৰো অৰ্থাৎ এই উইলৰ মানে···”

এনেতে বাহিৰত মটৰৰ পৰা নামি হাতত ভেনিটীবেগ ওলোমাই খৰ-কদমত ডেকেৰী এজনী সোমাই আহি দুৱাৰৰ ওচৰৰ পৰা গগৈক নমস্কাৰ দি সোমাই আহি টেবিলৰ আঁৰত কোঁচ-মোচ খাই বহি থকা বাদলক দেখি খঙেৰে কলে “বাদল? তুমি ইয়াত কিয়? ওলাই যোৱা— ভালে ভালে··· যোৱা···” বুলি দুৱাৰবলৈ আঙুলিয়াই দেখুৱালত বাদলে ভিজা মেকুৰীটোৰ দৰে ওলাই গল।

আগন্তুকাই বহি সুধিলে “এওঁ কিয় আহিছিল মিঃ গগৈ ? নিশ্চয় উইলৰ পৰামৰ্শ কৰিবলৈ নহয় নে ?”

গগৈয়ে কলে “তেনেকুৱা উদ্দেশ্য আছিল অৱশ্যে। পিছে কবলৈ সময় নাপালে।” বুলি আদিৰ পৰা সকলো বৰ্ণালে।

সকলো কথা শুনি আগন্তুকাই অলপ হাঁহি কলে “ল'ৰা পগলা হবলৈ বেছি দিন নাই। মূৰ নাথাকোতে মুৰ কামোৰণি। অৱশ্যে এওঁৰ গাতো বেছি দোষ নাই। বাবায়ে তেওঁৰ মূৰটো নষ্ট কৰি থৈ গৈছে। বাবাই তেওঁক কৈছিল যে উইলত বাদলকো এটা ডাঙৰ অঙ্কৰ টকা দিব অৰ্থাৎ দিছে। পিছে সময়ৰ মূৰত এতিয়া আচল বস্তুৱেই নাই, গতিকে বুজিবই পাৰিছে যে এওঁৰো কোনো আশা নাই। আপোনাৰ ওচৰলৈ আহিলে কি হব ? আপুনি মৃতকৰ হতুৱাই উইল লিখাই আনি দিব নোৱাৰে।”

“ওঁ, বুজিলো।” বুলি গগৈয়ে সুধিলে “কোন আপোনাৰ বাবা ? কেতিয়া মৰিছে ?”

“অ' আই মই আপোনাক পৰিচয় দিবকে পাহৰি আছোঁ। বাদলক ইয়াত দেখি ইমান খং উঠিছিল যে—থাওক বাৰু। মোৰ বাবাৰ নাম পান্তা বাবু, অৰ্থাৎ পান্তা পাল। গৱৰ্ণমেণ্ট কণ্ট্ৰাক্টৰ আছিল। আপুনি নিশ্চয় তেওঁৰ নাম শুনিছে মিঃ গগৈ ? মোৰ নাম নৱমল্লিকা।”

গগৈয়ে কলে “এৰা নাম জানো। দুই এদিন দেখা সাক্ষাতো ঘটিছিল অৱশ্যে কিন্তু কথাবাৰ্ত্তা নাছিল। পিছে আপুনিও উইলৰে কিবা পৰামৰ্শ লবলৈ আহিল নেকি ?”

নৱমল্লিকাই কলে “উইলেই যেতিয়া নাই তাৰ বিষয়ে পৰামৰ্শ কৰিয়েই বা কি লাভ ? অইন বিষয়েহে আপোনাৰ লগত বৰ গোপন পৰামৰ্শ কৰিবলৈ ইচ্ছা কৰি আহিছো। পিছে মিঃ গগৈ

দয়াকৰি মোক আপুনি মল্লিকা বুলি আৰু তুমি-তুমাকৈ হে কথা কব লাগিব।”

গগন গগৈয়ে কলে “বাৰু সেয়ে হব। এতিয়া তোমাৰ উদ্দেশ্য কোৱা আৰু সোনকালে কৈ বিদায় হোৱা। মই আদালতলৈ ঠিক সময়ত যাবই লাগিব। তাৰ আগেয়ে গা ধুই খোৱা বোৱা কৰোতে আধা ঘণ্টা লাগিব। গতিকে তোমাক আধাঘণ্টাৰ বেছি সময় দিব নোৱাৰো। যদি এই সময়ৰ ভিতৰত শেষ কৰিব নোৱাৰা তেনেহলে এতিয়া আৰম্ভ নকৰি একেবাৰে গধূলিলৈ অহাহে ভাল হব। তেতিয়া আলোচনা কৰিবলৈ যিমান সময় লাগে দিব পাৰিম।”

মল্লিকাই কলে “গধূলি আহিবও পাৰো নাইবা দুদিন পিছত আহি আলোচনা কৰিলেও কোনো লোকচান নহয়। মই এতিয়া আপোনাক ফীজৰ টকা অগ্ৰিম দুহাজাৰ দি থৈ যাম। আপুনি আমাৰ পক্ষে ওকালতি কৰিব লাগিব। আমাৰ বিপক্ষে ওকালতি কৰিব নোৱাৰে।”

গগৈয়ে সুধিলে “তোমালোকৰ মানে তোমাৰ ফলীয়া আৰু কোন আছে? দ্বিতীয়তে কি কেচত মই ওকালতি কৰিব লাগিব তাকো স্পষ্টকৈ জানিব খোজো। তদুপৰি বিপক্ষৰ পৰা যদি মই নিযুক্ত হৈছো তেতিয়া হলে তোমাৰ কেচ লব নোৱাৰো।”

মল্লিকাই কলে “কেচ এতিয়াও হোৱা নাই অৰ্থাৎ কোনো পক্ষই আদালতলৈ যোৱা নাই। অৱশ্যে দুই এদিন বা এসপ্তাহ মানৰ ভিতৰতে যোৱাৰ সম্ভাৱনা নিশ্চয় আছে। আমাৰ পক্ষ মানে মই আৰু মোৰ ভনী কিন্নৰী।” বুলি মল্লিকাই ভেনিটী বেগৰ পৰা চেক বুক আৰু ফাউণ্টেন পেন উলিয়াই গগৈৰ নামে দুহাজাৰ টকাৰ চেক এখন লিখি গগৈৰ হাতত দি আকৌ কলে “এতিয়া ওকালত নামা এখন দিয়ক, মই চহী কৰি দি থৈ যাওঁ।”

চেকখন পঢ়ি চাই গগৈয়ে অলপ সময়লৈ সন্দেহৰ চকুৰে মল্লিকালৈ চাই থকা দেখি তাই কলে "আপুনি হয়তো অলপ আচৰিত হৈছে কিন্তু সন্দেহ কৰাৰ কোনো কাৰণ নাই, মিঃ গগৈ। বেঙ্কত আমাৰ নিজ নিজ নামত একাউন্ট আছে আৰু তাত প্ৰত্যেকৰ ডিপোজিট্ প্ৰায় আশী হাজাৰ মানকৈ আছে। গতিকে চেক ফিৰৎ নাহে।"

"চেকৰ কথা মই ভবা নাই। মিছা চেক দিলে নিজৰে লোকচান। মই জানিব খোজো যে কি বিষয়ত মই ওকালতি কৰিব লাগিব? অৰ্থাৎ তোমালোকৰ হব খোজা কেচটো কি ধৰণৰ?"

"সম্পত্তিৰ বাবে বুলিয়েই ধৰক। তাৰে লগত উইলৰ কথাও আহিব পাৰে। তদুপৰি আৰু কিবা যদি আনপক্ষই উত্থাপিত কৰে সিও যোগ নহব জানো। মুঠৰ ওপৰত আমাৰ বিৰুদ্ধে যিমানে যি কেচ নহওক আপুনি উকীল নিযুক্ত হল। এয়ে কথা। ইয়াৰ বেছি অৰ্থাৎ সম্পূৰ্ণকৈ সকলো কথা বৰ্ণাব লাগিলে অন্ততঃ দুঘণ্টা সময় লাগিব। আধাঘণ্টাৰ বেছি সময় দিব নোৱাৰে বুলি আপুনি কোৱা নাই জানো? অনুগ্ৰহ কৰি ওকালত নামাখন দিয়ক, মই চহী কৰি বিদায় হওঁ।"

গগন গগৈয়ে কলে "আদালতত কেচ উঠে মানে ওকালত নামাৰ আৱশ্যক নকৰে। ইতিমধ্যে তুমি এসময়ত আহি মোক বিতংকৈ সকলো কথা কৈ ওকালতনামা চহী কৰি দি যাবা। চেকখনো তেতিয়া দিলেই হব। মই কথা দিলো তোমাৰ বিপক্ষে কেচ নলওঁ অৰ্থাৎ দৰকাৰ হলে তোমাৰ হৈ ওকালতি কৰিম। হবনে কিবা আপত্তি আছে?"

এনেতে দাৰোগা কুমুদ হাজৰিকা আৰু তেওঁৰ সহকাৰী এজনে গেৰেপ্‌ গেৰেপ্‌ কৰে বুট জোতাৰ শব্দ কৰি সোমাই আহি দূৰৰ পৰাই হাত দাঙি কলে "গুডমৰ্ণিং মিঃ গগৈ। যি ভাবিছিলো সেয়ে। আচামীয়ে আগধৰিয়ে উকীল ধৰি পৰামৰ্শ ললেই। কিবাকিবি যদি

শিকাবলৈ বাকী থাকিল এতিয়া আৰু সময় নাপাব। শ্ৰীমতী নৱমল্লিকা গাল, গাম্বা পালক হত্যা কৰাৰ বাবে মই তোমাক গ্ৰেপ্তাৰ কৰিলোঁ। এতিয়া ভাল ছোৱালীৰ দৰে আমাৰ লগে লগে আহা নহলে হেণ্ডকাফ লগাই নিম। নে মই বেয়া কৈছো মিঃ গগৈ ?"

মল্লিকাই চিঞৰি উঠিল "কি ? মই বাবাক হত্যা কৰিছো ? কোনে কৈছে ? তেনেই মিছা কথা, ষড়যন্ত্ৰ-বদমাচী ..."

শান্ত মাতেৰে গগন গগৈয়ে কলে "শুনা মল্লিকা, উত্তেজিত নহৈ ধীৰ ভাবে সকলো গ্ৰহণ কৰি দাৰোগা বাবুৰ লগত যোৱাৰ বাহিৰে তোমাৰ উপায় নাই। তোমাক গ্ৰেপ্তাৰ কৰিলেও অপৰাধৰ প্ৰমাণ কৰিব নোৱাৰে মানে তুমি সম্পূৰ্ণ নিৰ্দোষী। এওঁলোকৰ কোনো প্ৰশ্নৰ উত্তৰ নিদিবা মই মেজিষ্ট্ৰেটৰ অৰ্ডাৰ লৈ সোনকালে তোমাৰ লগত সাক্ষাৎ কৰিম।"

নৱমল্লিকাই উচুপি উচুপি কান্দি কলে "এওঁলোকৰ কথা আপুনি সমূলি বিশ্বাস নকৰিব। নিজৰ বাপেকক নো কোনোবাই হত্যা কৰিব পাৰে নে ? অসম্ভৱ কথা। নিশ্চয় হিংসা কৰি কানোবাই মোৰ নামত মিছা গোচৰ দিছে নহলে পুলিচৰ কি সাহ..."

কুমুদ হাজৰিকাই কলে "কান্দিবলৈ আৰু পুলিচক গালি পাৰিবলৈ বহুত সময় পাবা। এতিয়া উঠা। মিঃ গগৈ, অপ্ৰিয় হলেও মোৰ ডিউটী নকৰি নোৱাৰো। ক্ষমা কৰিব।"

"নিশ্চয় নিশ্চয়, নহলে প্ৰমোচন পাব কেনেকৈ ? পিছে অনুগ্ৰহ কৰি এওঁ ওকালতনামাখনত চহী কৰে মানে বাট চাওক।" বুলি গগৈয়ে নৱমল্লিকাৰ সমুখত ওকালতনামা এখন দি ক'ত চহী কৰিব লাগে দেখুৱাই দিলত তাই কান্দি কান্দি চহী কৰি দি কলে "আপুনি মোক তৎক্ষণাত খালাচ কৰি আনক। যিমান টকা লাগে সিমান দিম মিঃ গগৈ।"

গগৈয়ে কলে কোনো চিন্তা নকৰিবা। মোৰ উপদেশ মানি চলিবা, তোমাৰ কোনো ভয় নাই।"

কান্দি কান্দি তাই পুলিচৰ লগত ওলাই যোৱাৰ সময়ত নিজৰ মটৰখন গগন গগৈক সমজাই দি গল। পুলিচৰ মটৰ নেদেখা হৈ যোৱাৰ পিচতো বহুত সময়লৈ গগৈয়ে আলিৰ ফালে চাই কিবা ভাবি থাকিল। তাৰ পিচত টেলিফোনৰ ৰিচিভাৰ লৈ নম্বৰ কৈ বাটচাই থাকিল। অলপ সময় থাকি অধৈৰ্য্য হৈ দুবাৰমান বোটাম টিপি দিলে। তাৰ পিছত আন মূৰৰ পৰা মাত আহিলত কলে "গুড্‌মৰ্ণিং ৰায়চৌধুৰী, শুই উঠাই নাছিল নেকি? মই গগন গগৈ…অ', আজি সোনকালে উঠিছে? ধন্যবাদ, পিছে আপুনি অকলে আছে নে লগত আৰু কোনোবা আছে?"

আন মূৰৰ পৰা অনিল ৰায়চৌধুৰীয়ে কলে "লগত এজন আছে অৱশ্যে। পিছে টেলিফোনৰ বেল শুনি মই শোৱা কোঠালৈ আহিছো। তেওঁ বাহিৰৰ কোঠাতে আছে।"

গগৈয়ে কলে "ভাল কথা ৰায়চৌধুৰী, আপুনি এতিয়াই আমাৰ ইয়ালৈ আহক। বৰ জৰুৰি কাম। মই কোৰ্টলৈ যোৱাৰ সময় হলেই। ভাত খোৱাৰ সময়ত আপুনি ডাইনিংহলত বহি সকলো কথা শুনিব পাৰিব।"

হাঁহিমাৰি অনিলে কলে "মাফ কৰিব গগৈদেও। ৰাতিপুৱাতে ভাত খোৱাৰ অভ্যাস মোৰ নাই।"

গগৈয়ে কলে "কি মস্কিল! আপোনাক ভাত খাবলৈ কোনে মাতিছে? মই ভাত খাওঁতে কৈ থাকিম আপুনি শুনি থাকিব! নহলে সময় নাপাম!"

"এৰা, এইবাৰ বাৰু কথা কৈছে! মোৰ সমুখতে আপুনি নানা ৰকমৰ খাদ্য জুতি লগাই খাই থাকিব আৰু মই আপোনাৰ মুখলৈ চাই

জিভাৰ পানী পেলাই ওঠ চেলেকি বহি থাকিম? শেষত আপোনাৰ পেট উখহি ঢোল হওক আৰু নবৌৱে মোক গালি পাৰক; তেনে-কথাও হব পাৰেনে? তাতকৈ আপুনি খাই বৈ উঠক মই তেতিয়াহে লগ ধৰিম গৈ।"

হাঁহিমাৰি গগৈয়ে কলে "উস্ বাম, এই খকুৱাটোৰ লগত নিৰুপায়ত পৰিলো। বাৰু, বাৰু আপোনাকো যাতে এপেট খুৱায় তাৰবাবে মই এওঁক কম। এতিয়া সোনকালে আহক। নে আকৌ কিবা আপত্তি আছে?"

"সমূলি নাই। পিছে মোৰো মক্কেল এজন বহি আছে, তাৰ নাম বাদল। নেদেখা, নোপোৱা উইল এখন বিচাৰি দিব লাগে। উইলৰ টকা পালে যিমান লাগে সিমান দিব এতিয়া ফুটা কড়ি এটাও দিব নোৱাৰে! শুনিলে গগৈদেও?"

গগৈয়ে কলে "অ' সি আপোনাৰ ওচৰ পাইছেগৈ? তাক বিদায় দি ততালিকে আহক। কুমুদ দাৰোগাই মোৰ ঘৰৰ পৰা মক্কেল এজনীক গ্রেপ্তাৰ কৰি নিলে।"

"হয় নেকি?" ৰায়চৌধুৰীয়ে কলে "বাৰে বাৰে ঠেকা খাইও হাজৰিকাৰ শুভ বুদ্ধি নহল দেখিছো। যোৱা বাৰৰ কেচত আপুনি সকলো ওলট-পালট কৰি দি আচামী খালাচ কৰাত ওপৰৱালাৰ ধমক খোৱাৰ ওপৰিও প্রমোচন স্থগিত হৈছিল, জানেই নহয় গগৈদেও?"

আন মূৰৰ পৰা গগন গগৈয়ে কলে "নিশ্চয় জানো। আজি আকৌ হাজৰিকাই কি ভাও কৰি গল জানেনে? তেওঁ যেন অনিচ্ছা সত্বেও কেৱল কর্ত্তব্যৰ খাটিৰতহে মোৰ সমুখত আচামী গ্রেপ্তাৰ কৰি নিবলৈ বাধ্য হল।"

আগ্রহেৰে অনিলে কলে "বাৰু মই এতিয়াই যাম আপুনি খাবলৈ বহকগৈ।"

অনিল ৰায়চৌধুৰী নামজ্বলা প্ৰাইভেট ডিটেকটিভ, যাৰে তাৰে কেচ নলয়। কম ফীজতো কেচ নলয় কিন্তু মনৰ জেদ চৰিলে আকৌ বিনা ফীজেৰে খোৱা শোৱা এৰিও কেচৰ সমাধান কৰি দুখীয়া মক্কেলক উদ্ধাৰ কৰে। নিজৰ মনোমত কেচ নাপালে বহি বহি কবিতা লিখে। গগন গগৈৰ হাতৰ এনেবোৰ কেচৰ সাক্ষী আৰু প্ৰমাণ সংগ্ৰহ কৰিবলৈ সদায় অনিলৰ সহায় আৱশ্যক হয় আৰু একমাত্ৰ অনিলৰ বাবে সহজতে আচামীক খালাচ কৰিব পাৰে। দাৰোগা কুমুদ হাজৰিকাৰ আচামী এওঁলোকৰ হাতত বাৰে বাৰে খালাচ হৈ যোৱা বাবে হাজৰিকাই এওঁলোক দুজনক সমূলি দেখিব নোৱাৰে। আৰু সদায় বিদ্ৰোহী ভাব লৈ চলে। সুবিধা পালেই এওঁলোকৰ আচামীক দণ্ড দিয়াই নিজৰ বাহাদুৰি দেখুৱাবলৈ হাজৰিকাৰ মনতো সদায় জেদ লাগি থাকে।

পাচ মিনিট পিছতে অনিলে গগৈৰ ঘৰৰ সমুখত মটৰ ৰাখি পোনেই ডাইনিংহললৈ গৈ দেখিলে যে উকীলনীয়ে টেবিলত খাদ্য সজাই দিব ধৰিছে। গগৈ পোৱাহি নাই। চকী এখনত বহি অনিলে থালৰ পৰা ওমলেট এখন আনি একামোৰ মাৰি কলে "ধন্যবাদ ন-বৌ, তোমাৰ এশ বছৰ পৰমায়ু হওক। এয়া মোৰ বাবেই সজাইছা হবলা?"

গগৈ গৃহিণীয়ে হাঁহি কলে "আগেয়ে খাই উঠি পিছত নো সুধিব লাগিছে কিয়? পিছে পৰমায়ুটো শবছৰ নকৰি তাৰে আধা কৰা। বুঢ়ী হৈ আধামৰা হৈ থকাৰ আৱশ্যক নাই।"

"ভুল কৰিলা ন-বৌ। আগেয়ে বুঢ়ী হৈ লোৱা তেতিয়া চাবা তোমাৰ মৰিবলৈ ইচ্ছা নোহোৱা হব। বুঢ়া-বুঢ়ী সকলেহে মৰিবলৈ ভয় কৰে। জীয়াতু ভুগি ভুগিও আৰু দুদিন জীৱলৈ তেওঁলোকৰ প্ৰৱল ইচ্ছা।"

এনেতে গগন গগৈ লৰালৰিকৈ আহি খাবলৈ বহিল। গৈণীয়েকে তেওঁৰ সজা ভাতৰ ঢাকন গুচাই দি অনিলৰ পাতত লুচি কেখনমান দিলে। গগৈয়ে কলে "ৰায়চৌধুৰীকো ওমলেট আৰু মাছ ভজা নিদিয়া কিয় ? এয়া ইয়াৰ পৰাই..."

বাধা দি অনিলে কলে "আপোনাৰ ভাগৰ নাখাওঁ। লুকাই থোৱা জমাৰ পৰা খৰচ কৰিব লাগিলে ন-বোৱাৰীকাৰে আধ্যা। এতেকে ওমলেট আজি নহলেও হব। মাছ ভজা কিবা খালোয়েই নেকি পাহৰিলো। থাওক বাৰু।"

ইাহিমাৰি গৃহিণীয়ে পাগঘৰৰ পৰা মাছ ভজা আৰু ওমলেট আনি দিলে। তেতিয়া অনিলে কলে "বেছ, আৰু নালাগে। দুপৰীয়ালৈও আৰু এঠাইত ভোজ খোৱাৰ ইচ্ছা আছে।"

গগৈয়ে ক'লে "মই সোনকালে কোৰ্টলৈ যাব লাগে। গতিকে আজিৰ ঘটনাটো এতিয়াই কৈ শেষ কৰো, মনোযোগেৰে শুনক।" বুলি বাদল ভদ্ৰ অহাৰ পৰা কুমুদে নৱমল্লিকাক গ্ৰেপ্তাৰ কৰি নিয়ালৈকে বৰ্ণাই শেষত কলে "ইয়াৰ বেছি কোনো কথা নাজানো। তাই নিৰ্দ্দোষী হলেনো বাপেকৰ মৃত্যুৰ শোকত ঘৰতে বহি কান্দিকাতি অস্থিৰ হৈ পৰি নাথাকি কিয় মোৰ ওচৰলৈ লৰি আহিলহেঁতেন ?"

গৈণীয়েকে অলপ খঙেৰে কলে "চাওকচোন ৰায়চৌধুৰী উকীলৰ বিপৰীত বুদ্ধি! মানুহ বিপদত পৰি তেখেতৰ ওচৰলৈ আহি সাহায্য প্ৰাৰ্থনা কৰিলে। ফাওতে টকা দুহাজাৰো দিলে। এতিয়া তেখেতে তাইকহে ওলোটাকৈ দোষী সাব্যস্ত কৰি উকিল মাৰে। কম কথাতনো মই উকিল নাম দিছো নে ?"

উকীলে ধমক দিলে "মোৰ সময় নাই। তুমি যদি মনে মনে নাথাকা হেনেহলে ভাত নোখোৱাকৈ গুচি যাম।" বুলি খোৱাত মনোযোগ দিলে।

ঘৈণীয়েকে অনিললৈ চাই মুখ টিপি হাঁহিলে। অনিলে সুধিলে "এতিয়া মই কি কৰিব লাগিব?"

গগৈয়ে কলে "সকলো কৰিব লাগিব। তাইৰ বাপেক মানে পান্তা পাল কেতিয়া মৰিল? তাইক কিয় পুলিচে গ্রেপ্তাৰ কৰিলে? উইলৰ ৰহস্য কি? বিপক্ষে কোন আছে? কাৰ কি স্বাৰ্থ? বিষয়-আশয়, জমা আদি সকলো খবৰ লব লাগে। বাদল কোন আৰু তাৰ লগত নবমল্লিকাহঁতৰ সম্পর্ক কি? উইলত সি কিয় সম্পত্তি আশা কৰে? আচলতে পান্তাবাবুই উইল কৰিছিল নে নাই? যদি কৰিছিল উইল কলৈ গল, ইত্যাদি কথাৰ আতিগুৰি উলিয়াব লাগিব।"

ঘৈণীয়েকে মাত লগালে "তাইক খালাচ কৰাৰ কথা উল্লেখ নকৰিলে দেখোন?"

"উস্ ৰাম, এইজনীৰ লগত উপায় নোপোৱাত পৰিলো। বোলো খালাচ কৰা মুখৰ কথা নহয়, বুজিছা? উপযুক্ত প্রমাণ নাপালে কুমুদ হাজৰিকাই মোৰ সমুখত কেতিয়াও আচামী গ্রেপ্তাৰ কৰিব নাহিলহেঁতেন।" গগৈয়ে কলে।

অনিলে কলে "বাৰু, মোৰ সাধ্য অনুসৰি যি পাৰো চেষ্টা কৰিম। সময়মতে জনামহি।"

গগৈয়ে কলে "যিমান দূৰ সোনকালে পাৰে বুজিছে ৰায়চৌধুৰী? চেকখনো মই আপোনাৰ নামত এণ্ডর্চ কৰি দিম। বেঙ্কত জমা দিব। ইতিমধ্যে মই মেজিষ্ট্রেটৰ অৰ্ডাৰ লৈ মক্কেলৰ লগত দেখা কৰাৰ বন্দবস্ত কৰিম। যদি পাৰে গধুলি এবাৰ ইয়ালৈ আহিব কথা হম।"

অনিলে কলে "টকা পিছত দিলেও হব। সম্প্রতি আপোনাৰ নামতে জমা কৰক।" বুলি খোৱা শেষ কৰি তামোল খাই অনিলে বিদায় ললে।

---

## —দুই—

ৰাতি দহ বজাৰ সময়ত অনিলে গগন গগৈৰ আগ চোতালত মটৰ ৰাখি বাহিৰৰ দুৱাৰ ঘৰ বন্ধ আৰু আন্ধাৰ দেখি ঘনাই মটৰৰ হৰ্ণ বজালে। অলপ সময়তে আগফালৰ লাইট জ্বলিল। তাৰ লগে লগে দুৱাৰ মেলি গগৈ আৰু ঘৈণীয়েক একে সময়তে ওলাই আহিল। মটৰতে বহি থাকি অনিলে কলে "আপোনালোকে চাগৈ শুইছিলেই। মই সেইটো ভাবিবৰে নহল। মিছাকৈ আমনি কৰিলো। শোৱকগৈ যাওক, ৰাতিপুৱা আহি কথা পাতিম।"

ইতিমধ্যে দুয়োজনে আহি মটৰৰ ওচৰত থিয় হৈছিল। গগৈয়ে কলে "নামি আহক ৰায়চৌধুৰী। আজি দিনৰ দিনটো বৰ পৰিশ্ৰম কৰিবলগীয়া হৈছিল। সেইবাবে অলপ সোনকালে সামৰি-সুতৰি এইমাত্ৰ গৈছিলো। ভাত খায়েই শুলোহেঁতেন। ঠিক ডাইনিংহললৈ খোজ লওতে আপোনাৰ হৰ্ণ শুনি......"

ঘৈণীয়েকে মাজতে মাত লগালে "নামি আহা ৰায়চাহাব।"

"ব'লা, তোমাৰ আদেশ পালন নকৰিলে জানো ৰক্ষা আছে?" বুলি কৈ অনিলে মটৰৰ পৰা নামি বাকী দুজনৰ সৈতে বৈঠকখানালৈ গল। উকীল আৰু অনিল দুখন চকীত বহি পৰিল।

মিচেচ্ গগৈয়ে অনিলৰ মুখলৈ চাই সুধিলে "আজি তোমাৰ খোৱা-বোৱা নহলেই নেকি? মুখখন তেনেই শুকাই গৈছে দেখোন।"

"দুখৰ কথা কি কম ন-বৌ? অথনি কৈছিলো নহয় আজি এঠাইত নিমন্ত্ৰণ আছিল। পিছে গগৈদেওৰ অনুগ্ৰহত ভোজভাতো মাটি হল আৰু পানী এটোপাও পেটত নপৰিল। ইয়াৰ পৰা গৈ

গা-পা ধুইহে খাম বুলি আশা কৰিছো। যদিহে তাকো আকৌ জংবাহাদুৰে দুয়োজনৰে ভাত একেলগে খাই বৈ শুই নাথাকে।"

ঘৈণীয়েকে গগৈৰ মুখলৈ চোৱা দেখি অপৰাধীৰ দৰে তেওঁ কলে "মইতো আপোনাক ভাতপানী এৰি খবৰ সংগ্ৰহ কৰিব কোৱা নাছিলো। বৰ অন্যায় কৰিছে ৰায়চৌধুৰী।"

গৃহিণীয়ে কলে "আহা ৰায়চাহাব ডাইনিংহললৈ, যদি গা ধোৱা বাথৰুমতে সকলো যোগাৰ পাতি আছে।"

তিনিওজনে ভিতৰলৈ গল। অনিলে গা ধুই ডাইনিংহললৈ আহি দেখিলে যে ইতিমধ্যে ভাত বাঢ়ি দিছে। গগৈয়ে তেওঁলৈ বাটচাই হাত দাঙি বৈ আছে। চকীখনত বহি খাবলৈ আৰম্ভ কৰি কলে "গগৈদেও আপুনি ৰখি আছে যদিও মই হলে বৰ নোৱাৰো। অলপ খাই পেটটো জুৰ পেলাইহে কথা পাতিব পাৰিম।"

হাঁহিমাৰি গগৈয়ে খাবলৈ আৰম্ভ কৰিলে। অলপ সময় খোৱাৰ পিছত মিচেচ্ গগৈয়ে কলে "এতিয়া লাহে লাহে খোৱা ৰায়চাহাব। লগে লগে আমাক খা-খবৰো অলপ শুনোৱা।"

অনিলে কলে "কথা পাতি পাতি ভাত খালে মই ভুলতে বেছিকৈ খাই পেলাওঁ তাতে আকৌ মাংসৰ আঞ্জাৰো গোন্ধ পাইছো।" তিনিওজনে হাঁহিলে। অনিলে আৰম্ভ কৰিলে "কওঁ শুনক গগৈদেও, ইয়াৰ পৰা ওলাই পোনেই মোৰ বন্ধু পুলিচ ইনস্পেক্টৰ মদন চক্ৰৱৰ্ত্তীক বিচাৰি গৈ পোন প্ৰথমেই লঘু হলো। তেওঁ আজি দুদিন আগেয়ে শ্বিলঙলৈ গৈছে। ইপিনে মই ভালকৈ জানো যে কুমুদ হাজৰিকাই গম পালে মোৰ নেজে নেজে ঘূৰি বাধা দিব। গতিকে সেই ফালেৰে নগৈ পোনেই বাদলক বিচাৰি গলো। আচৰিত কথা যে ঘৰত মানে পান্তাবাবুৰ ঘৰত তো তাক

নাপালোয়েই এনেকি গুৱাহাটী চহৰতে বিচাৰি নাপালো। অইন কোনোবা উকীলৰ ওচৰলৈ যোৱা বুলি ভাবি সেইফালে চেষ্টা কৰিলো কিন্তু গোৱা নগল। ইয়াৰ পিছত অহাৰ আগেয়ে খবৰ লৈ জানিলো যে সি উভতি অহা নাই।"

উকীলে কলে "সি পলাল নিশ্চয়।"

"ময়ো তেনে সিদ্ধান্তকে কৰি আহিছো।" বুলি অনিলে আকৌ কলে "তাৰ পিছত শুনক; কালি আবেলিৰ পৰাই পান্তা পালৰ অফিচত পুলিচে তলা লগাই পহৰা এজনো ৰাখি থৈছে। তাৰ পিছত কেবা ঠাইতো ঘূৰি কৰ্ম্মচাৰী বিলাকক লগ ধৰি তিনিবাৰ পান্তা বাবুৰ ঘৰলৈ গৈ যিমানখিনি সংগ্ৰহ কৰিব পাৰিছো তাকে সংক্ষেপতে কওঁ শুনক—পান্তা পালৰ প্ৰথম পক্ষৰ ছোৱালী নৱমল্লিকা আৰু কিন্নৰী। পান্তাই সামান্য চাকৰি কৰি কোনোমতে খাইছিল। নৱমল্লিকাৰ মাকে তেওঁৰ দেউতাকৰ পৰা টকা পাচ হাজাৰ আনি এই চৰ্ত্ত কৰি পান্তাক দিছিল যে সেই টকাৰে ব্যৱসায় কৰি লাভৰ তিনি ভাগ কৰি দুভাগ দুই জীয়েকক দিব লাগিব আৰু এভাগ নিজে ৰাখিব পাৰিব।"

গগৈয়ে কলে "অ' সেয়েহে মল্লিকাই কৈছিল বিষয় সংক্ৰান্ত কিবা কেচ হব পাৰে বুলি। বাৰু কৈ যাওক।"

"সেই বন্দবস্তৰ এখন লেখাপঢ়াও হৈছিল আৰু সেইখন মল্লিকাৰ মাকে ভায়েকৰ হাতত জমা থৈছিল। এতিয়াও তেওঁৰ হাততে আছে। তেওঁ দিল্লীত থাকে। ইহঁত দুজনীও বেছি ভাগ সময় দিল্লীতে মোমায়েকৰ লগত থাকে। এতিয়াও আছিল পিছে বাপেকে মাতি পঠোৱা বাবে কালি দিনৰ এঘাৰ বজাত গুৱাহাটী পাইছেহি।"

গগৈ গৃহিণীয়ে সুধিলে "সিহঁতৰ মাক?"

অনিলে উত্তৰ দিলে "মাক স্বৰ্গত। দুবছৰ আগেয়ে মাক

মৰাত বাপেকে দ্বিতীয়বাৰ বিয়া কৰাইছিল। তেওঁৰ নাম শিৱানী। কিয়ৰাইঁতৰ মাকৰ নাম আছিল প্ৰভাৱতী। তাৰ পিছত শুনক, পান্তা পালে ব্যৱসায়ত ভাল ৰকমে লাভ কৰিবলৈ ধৰে আৰু দুই চাৰি বছৰতে ডাঙৰ ঠিকাদাৰ হৈ পৰে। ঘৈণীয়েক মানে প্ৰভাৱতী জীয়াই আছিল মানে ছোৱালীইঁতৰ অংশৰ টকা পালে ঠিকমতে বছৰি দি আছিল। কিন্তু দ্বিতীয় পক্ষ লোৱাৰ পৰা মানে আজি দুবছৰৰ পৰা ভাল লাভ হোৱা নাই বুলি অলপ অচৰপ টকাহে দিছে কোনো হিচাব পত্ৰও দিয়া নাই আৰু অডিট ৰিপোৰ্টো দেখুৱা নাই।"

"কিয় ?"

"সেই প্ৰশ্নৰ উত্তৰ অনুমানি কৰি দিব নোৱাৰো। কেৱল কাহিনীটোহে বৰ্ণাও শুনক—মোমায়েকৰ বুদ্ধি পৰামৰ্শ মতেই হয়তো ইহঁত দুজনীয়ে বাপেকক কিবা লিখিছিল। আৰু সেই চিঠি পায়েই হয়তো বাপেকে ইহঁতক মাতি পঠাইছিল। সেই কথা আপুনি মক্কেলৰ পৰা জানি লব। তাৰ পিছত শুনক—"

হঠাতে গগৈ গৃহিণীয়ে কৈ উঠিল "প্ৰভাৱতীৰ কিন্তু বেছ বুদ্ধি। তেওঁ মৰিলে পান্তাই দ্বিতীয় পক্ষৰ হাতত পৰি জীয়েকইঁতক ঠগিব বুলি জানিছিল। আমাৰো ল'ৰাকণক ঠগিব বুলিহে মোৰ আশঙ্কা হয়।"

খণ্ডেৰে উকীলে ঘৈণীয়েকৰ মুখলৈ চালে। হাঁহি অনিলে কলে "ন-বৌ মোৰ পাতত একো নাইকীয়া হ'ল দেখোন ? কিবা দিছিল নে নাই ?"

উকীলনীয়ে ভাত আৰু মাংসৰ আঞ্জা দিব ধৰিলে। অনিলে কলে "তাৰ পিছত শুনক, এঘাৰ বজাত আহি পাই জিৰাই শতাই বাপেকৰ সৈতে ভাতপানী খাই উঠি একমান বজাত কিয়ৰীয়ে

শুলে। ডেৰ বজাত পান্তাবাবু অফিচলৈ গ'ল। অফিচটো তেওঁৰ ঘৰৰ সমুখ ফালে, আলিৰ দাঁতিত। ঘৰৰ পৰা এশ ফুট মান দূৰ হব। তেওঁ অফিচলৈ যোৱাৰ প্ৰায় লগে লগেই নৰমল্লিকাও তেওঁৰ ওচৰলৈ গৈছিল। তাত কিবা কথা-বাৰ্ত্তা হৈছিল নে নাই অইনে নাজানে। প্ৰায় ছুইমান বজাতহে তোষামোদ দালাল আৰু গিৰিধাৰী তালৈ আহিছিল। দালাল মহৰী বা মেনেজাৰ অৰ্থাৎ বাহিৰৰ সকলো কাম সিয়েই চলায় আৰু গিৰিধাৰী কেশ্বিয়াৰ।"

"সিহঁত দুজন আহি মল্লিকাক লগ পাইছিল নে নাই?"

"পাইছিল। সিহঁত আহি দেখে যে মল্লিকাই মেজৰ গিলাচ এটাত বাপেকক দৰব দিছে আৰু বাপেকে একে ঢোকতে দৰব খিনি খাই মুখ বিকতাই দিছে। পান্তা পালৰ কলিক পেইন আছিল। তেওঁ 'কলিক-কীলাৰ' বুলি পেটেণ্ট দৰব এটা সদায় লগত ৰাখিছিল। আৰু পেইন উঠিলেই তাকে খাইছিল। আগে পিছে দৰব খোৱাৰ পাছতে পেইন কমি গৈছিল কিন্তু কালি দৰব খোৱাতো নকমিল বৰং বেছিহে হল। তাৰ পিছত অসহ্য হৈ ধৰফৰ ছট্‌ফট্‌ কৰিবলৈ ধৰিলে। বতিয়ালে, হাত-ভৰি খিলামুৰি ধৰিলে। তেতিয়া ডাঃ দাসক টেলিফোনেৰে মাতে......"

"কোনে মাতিছিল?"

"নৰমল্লিকাই মাতিছিল। বেমাৰৰ কথাশুনি শিৰানীও তালৈ আহিছিল। বাদল আৰু সাধনো আহিছিল। একমাত্ৰ কিন্নৰীহে শুই আছিল। তাৰ পিছত শুনক, ডাক্তৰ দাস পাচ মিনিটতে আহি পাইছিল যদিও ৰোগী তেতিয়া প্ৰায় অচেতন হৈ পৰিছিল। দাসে আগে পিছেও পান্তা পালৰ কলিক পেইনৰ চিকিৎসা কৰিছিল। গতিকে অৱস্থা দেখি তেওঁ মৰ্ফিয়া ইন্‌জেকশ্বন দিলে। ৰোগীৰ কোঁপনি ভালকৈয়ে আহিল অৰ্থাৎ ঠিক আঢ়ৈ বজাত শেষ নিশাহ পেলালে।

সকলোৰে কান্দিকাতি অৱশেষত শৱ শ্মশানলৈ নিবলৈ যেতিয়া কান্ধত তুলিলে তেতিয়া পাচ বাজিছিল। সেই সময়তে কুমুদ আৰু তেওঁৰ সহকাৰী বিলাক গৈ বাধা দি শৱ মৰ্গোলৈ চালান দিলে আৰু অফিচত তলা লগালে। পোষ্টমৰ্টেম কৰি কি পাইছে জানিবলৈ সুবিধা নহল। আজি পুৱা নৱমল্লিকাক গ্ৰেপ্তাৰ কৰা থকা আপুনিয়ে জনাইছে। এয়ে সংক্ষেপ ঘটনা। নিদিবা নিদিবা ন-বৌ, বহুত থালো হবলা, এতিয়া লৰচৰ কৰা দূৰৰ কথা উঠিবও নোৱাৰো, পেটটো নাফাটিলেই ৰক্ষা।”

বাকী দুজনে হাঁহিলে। তাৰ পিছত গগৈয়ে সুধিলে “পুলিচে কেনেকৈ সন্দেহ কৰিলে কিবা ভু পালে নেকি ?”

“বিশেষ একো জানিব পৰা নাই কেৱল মদনৰ হাতৰ মানুহ এজনৰ পৰা গম পাইছো যে কোনোবাই টেলিফোনেৰে কুমুদ হাজৰিকাক টিপ দিছিল। কুমুদে সেই মানুহজনকো বিচাৰি উলিয়াবলৈ বৰ চেষ্টা কৰিছিল কিন্তু পৰা নাই। কিয়নো সি পাব্লিক টেলিফোন বুথৰ পৰ কৈছিল। মদনৰ মানুহজনে ঠিককৈ নাজানে যদিও সন্দেহ কৰে যে ৰিপোৰ্টাৰ জনে হয়তো ডাঃ দাসে দিয়া ইনেজকশ্যনৰ ফলতে মৰা বুলি টিপ দিছিল। কিয়নো হাজৰিকাই ডাক্তৰক থানালৈ আনি দুঘণ্টামান জেৰা কৰিছিল। পোষ্টমৰ্টেম কৰা ডাক্তৰে এতিয়ালৈকে কোনো লিখিত ৰিপোৰ্ট দিয়া নাই। পৰীক্ষাৰ ফলাফল কুমুদক মুখে মুখে কৈছে। গতিকে জানিবলৈ সুবিধা নাপালে।

গগৈ গৃহিণীয়ে কলে “আপুনি তো কম মানুহ নহয়, মহৰ শিঙতো কোকিলাৰ দাঁৰ বহুৱায়।”

“ৰ'বা মনে মনে থাকা” বুলি উকীলে সুধিলে “পিছে উইলৰ ৰহস্য কি ?”

অনিলে উত্তৰ দিলে “সেই বিষয়ে কাৰো কথা কাৰো লগত নিমিলে। কোনোবাই কয় উইল কৰিছিল, কোনোবাই কয় কৰিম

বুলি কৈছিল আৰু কোনোবাই কয় কৰাও নাছিল আৰু কৰিম বুলি কোৱাও নাছিল। সেই বিষয়ে অনুসন্ধান কৰিব লাগিব। নৱমল্লিকাই আপোনাক কোৱামতে সম্পত্তিৰ বাবে যে কাজিয়া লাগিব সেইকথা ঠিক। কিয়নো মেনেজাৰ মানে তোষামোদ দালালে ঠিকাব টকাৰ যি বিল পাওনা আছে তাৰে এক চতুৰ্থাংশ দাবী কৰিব। মল্লিকা আৰু কিন্নৰীয়ে অংশীদাৰ হিচাবে দুই তৃতীয়াংশ দাবী কৰাৰ উপৰিও বেঙ্কত থকা জমা আৰু পাবলগীয়া বিলৰ টকাৰ পান্তাৰ এক তৃতীয়াংশৰ পৰাও দাবী কৰিব। শিৱানীয়ে আকৌ ব্যৱসায়ত ইহঁত দুজনীৰ অংশ স্বীকাৰ নকৰে। এনেকি সম্পত্তিৰ ভাগো হব নোৱাৰে বুলি কয়। কিয়নো গিৰিয়েকৰ মৃত্যুত তেৱেঁই হেনো একমাত্ৰ উত্তৰাধিকাৰিণী। সেইবোৰ আইনৰ মেৰপেচ আপুনিহে ভালকৈ বুজে গৈগেদেও।”

“বাৰু, তাৰ পিছত ?”

“তাৰ পিছত বিশেষ নাই। কেৱল গিৰিধাৰীৰ দাবীৰ কথা কব আছে। তাক হেনো পান্তা পালে লাভৰ শতকৰা দহটকা হিচাবে বোনাচ দিব খুজিছিল। তাৰ দাবী বৰ বেছি নহয় যদিও কেই হাজাৰ মান হব। এয়ে কথা।”

উকীলনীয়ে মাত লগালে “কিন্তু ৰায়চাহাব, বাদল নে কি বোলাটোৱে যে আপোনালোকক খাটি ফুৰিছিল তাৰ কথা কাহিনীত নোলাল দেখোন ? সি কিয় সম্পত্তিৰ আশা কৰে ? তাৰ লগত পান্তাৰ সম্পৰ্ক কি ?”

‘কওঁ শুনা ন-বৌ” অনিলে উত্তৰ দিলে “সি পান্তাৰ কোনো নহয়। বন্ধুৰ পুতেক। মাক-বাপেকৰ মৃত্যুত তাক পান্তাই নিজৰ লৰাৰ দৰে তুলি-তালি লেখাপঢ়া শিকাই মানুহ কৰিছে। প্ৰভাবতীয়ে তাক নিজৰ লৰাৰ দৰে মৰম কৰি ৰাখিছিল আৰু এজনী ছোৱালী বিশেষকৈ কিন্নৰীক তালৈ বিয়া দি জোৱায়েক কৰি ঘৰতে ৰাখিব বুলি

স্থিৰ কৰিছিল। সেই কথাত পান্থায়ো বৰ ভাল পাইছিল। কিন্তু কিন্নৰীয়ে তাক সমূলি ভাল নাপায় আৰু তাক বিয়া নকৰায় বুলি স্পষ্ট ভাবে জনাই দিছে। তাকে শুনি সি পান্থা বাবুৰ ঘৰৰ পৰা গুচি যাব খুজিছিল। তেতিয়া হেনো পান্থা বাবুই তাক যাব নিদিলে আৰু উইল কৰি তেওঁৰ সম্পত্তিৰ এক চতুৰ্থাংশ তাক দিয়া বুলি কৈছিল। পান্থাৰ ব্যৱসায়ৰ চিঠিপত্ৰ আদি লিখা কাম বাদলে কৰিছিল আৰু তাৰবাবে তাক মাহে এশকৈ দৰমহাও দি আছিল।"

"পিছে উইলৰ কি হ'ল? হয়তো পান্থাই গোপনে ক'ৰবাত থৈ দিছিল হবলা?"

অনিলে কলে "পুলিচ গৈ পালত বাদলেই প্ৰথমে উইলৰ কথাটো পুলিচৰ কাণত পেলায় আৰু সেইখন বিচাৰি উলিয়াই নিৰাপদে ৰাখিবলৈ অনুৰোধ কৰে। পুলিচে বিচাৰি অফিচৰ ড্ৰয়াৰ নাইবা আলমাৰীত নাপালে। শেষত ঘৰত থকা লোৰ পেৰা আৰু আলমাৰীত বিচাৰিও নাপালে। গতিকে ধৰি লব পাৰি যে উইল যদি কৰিছিল তেন্তে কোনোবাই চুৰ কৰিছে। আৰু এনেও হব পাৰে যে মুখত কলেও কামত হৈ উঠা নাছিল, কি কয় গগৈদেও?"

গগৈয়ে কলে, "ঠিক কথা কিন্তু উইলৰ কথা সম্প্ৰতি আমি ভাবিবৰ বিশেষ আৱশ্যক নাই। কোনোবাই প্ৰবেট লব খুজিলে দেখা যাব। সম্পত্তিৰ বাবে যে ডাঙৰ যুঁজ লাগিব ইয়ো ঠিক সম্প্ৰতি সেই বিষয়ো আমাৰ দৰকাৰ নাই। এতিয়া মক্কেলক খালাচ কৰা আৰু তাৰবাবে প্ৰমাণ সংগ্ৰহ কৰি দাৰোগাৰ প্ৰমাণ ওফোৰাই পেলোৱা। সেই বিষয়ে অনুসন্ধান কৰি আপুনি যি পাৰে কৰক। মই কালিলৈ নৰমল্লিকাৰ লগত দেখা কৰি কথা পাতিম।"

অনিলে কলে "অনুসন্ধানৰ পথ সমূলি সুগম হোৱা নাই গগৈদেও। কিয়নো কুমুদৰ নিচিনা এই মানুহবোৰেও নিশ্চয় আমাৰ বিপক্ষে যাব।

আৰু শত্ৰু ভাবাপন্ন হৈ থাকিব। তদুপৰি মৰণোত্তৰ পৰীক্ষাত কি পালে আৰু কি প্ৰমাণৰ ওপৰত নিৰ্ভৰ কৰি দাৰোগাই মল্লিকাক গ্ৰেপ্তাৰ কৰিলে তাক আগধৰি জানিব নোৱাৰিলেও পথ উলিওৱা সহজ নহয়।”

গগৈয়ে কলে “আপোনাৰ কথা ঠিক কিন্তু আপোনাৰ কামত মই বুদ্ধি পৰামৰ্শ দিবলৈ মোৰ শক্তিয়ে নুকুলায়। সমুখত দুৰ্ভেদ্য প্ৰাচীৰ থাকিলেও আপুনি দেখোন কোনোবা ফালেদি সুৰুঙা উলিয়াই অনায়াসে ৰহস্যৰ জাল ফালি আগে পিছে আমাক অবাক কৰে।”

চিগাৰেট এটা গগৈক দি নিজেও এটা জ্বলাই দুহোপা মাৰি অনিলে কলে “পিছে আপোনাৰ মক্কেলেই যদি দোষী হয় তেতিয়া সুৰুঙা মই উলিয়াব নোৱাৰিম।”

গগৈৰ ঘৈণীয়েকে অলপ খং আৰু অভিমান মিলাই মাত লগালে “তুমি কি কথা কোৱা ৰায় চৌধুৰী? তাই? উঁহো—অসম্ভৱ।”

চিগাৰেটত দীঘলকৈ এহোপা মাৰি গগৈয়ে কলে “অসম্ভৱ বুলি কোনো কথা নাই, বুজিছা? স্বাৰ্থৰ খাতিৰত মানুহে নানান জঘন্য কামো কৰে। তাই দৰব মানে কলিক-কীলাৰৰ লগত কিবা বিষ মিহলি কৰি বাপেকক খুৱাব কিয় নোৱাৰে? বিশেষকৈ তাই দিয়া দৰবটো খায়েই পান্তাই মুখ বিকটাই দিয়া কৰ্ম্মচাৰী দুজনে আহি দেখা পাইছিল। বুজিছা?”

খঙেৰে ঘৈণীয়েকে কলে “আপুনি মোক বুজাব নালাগে। ৰায় চৌধুৰীয়ে কোৱাচোন তাই আচলতে…”

বাধা দি অনিলে থিয় হৈ মাত লগালে “ন-বৌ তোমাৰ ভাগলৈ যদি ভাত-পানী কিবা আছে খাই শুই থাকাগৈ। বাৰ বাজিবলৈ পাচ মিনিটহে বাকী। টোপনিয়ে মোক কাতৰ কৰিছে।”

উভয়ক নমস্কাৰ কৰি বিদায় সম্ভাষণ জনাই অনিল ৰায়চৌধুৰী ওলাই গল।

—তিনি—

দিনটো লঘোনে থাকি অতিপাত পৰিশ্ৰম কৰিব লগীয়া হোৱাত অনিলৰ বৰ ভাগৰ লাগিছিল। তাতে আকৌ অতিৰিক্ত খোৱাৰ ফলত পেট গধুৰ হোৱা বাবে টোপনিয়ে হেচি ধৰিছিল। বাহিৰলৈ আহি মটৰত উঠি বহিল যদিও ষ্টীয়াৰিং হুইলত হাত দি অলস ভাবে বহি থাকি তাৰ পিছতে মূৰটোও হাতত আওজাই দি আৰাম কৰিলে। আপোনা আপোনি চকু মুদ খালে। ভিতৰত গৈগেয়ে মটৰ ওলাই যোৱা শব্দ নুশুনি বাহিৰলৈ আহি বাৰাণ্ডাৰ পৰা এবাৰ মাত লগাই উত্তৰ নাপাই ওচৰলৈ আহি কলে "ৰায় চৌধুৰী, আপুনি সোঁপিনে বহকগৈ। মোৰ ড্ৰাইভাৰে চলাই নি আপোনাক ঘৰত থৈ আহিব।"

সাৰপাই পোন হৈ বহি অনিলে কলে "নালাগে গগৈদেও, মই নিজে চলাব পাৰিম। অকণমান আৰাম কৰি ললো।" বুলি কৈ মটৰত ষ্টাৰ্ট দিলে। মটৰ ঘূৰাই অনিলে আলিলৈ ওলাল কিন্তু টোপনিৰ জালতে বাওঁফালে নুঘূৰাই সোঁফালে ঘূৰাই লাহে লাহে যাবলৈ ধৰিলে। একোবাৰ চকু মুদখাই আহিব খোজে আকৌ জোৰকৈ মেলি চলায়। কেতিয়াবা আলিৰ সোঁদাঁতিয়েদি কেতিয়াবা বাওঁ দাঁতিয়েদি মটৰ নিজৰ ইচ্ছামতে গৈ আছে। এবাৰ নৰ্দ্দমাত পৰো পৰো হৈও কোনোমতে সাৰিল। পহৰাৱালা এটাই দূৰৰ পৰা অনিলৰ মটৰৰ তীৰ্য্যক গতি দেখি মদপী বুলি ঠাওৰাই তাৰ ওচৰ পালত মটৰ ৰখাবলৈ বাধ্য কৰিলে। তাৰ কৰ্কশ মাতে অনিলৰ টোপনি ভালকৈ আঁতৰালে। হাঁহি মাৰি তাৰ নাম ধৰি মাতিলত সি ওচৰলৈ আহি চিনি পাই চালাম দিলে। ইনস্পেক্টৰ চক্ৰবৰ্ত্তীৰ বন্ধু বুলি সি অনিলক ভালকৈ জানে।

পহৰাৱালাৰ পৰা আঁতৰি অনিলে দেখিলে যে বাট ভুল কৰি কোনোবা খিনিত ওলালহি। তাৰ পৰা পান্তা পালৰ ঘৰলৈ দুশ গজ মানহে বাকী আছে। তেতিয়া টোপনি ভালকৈ ভাগিছিল। চকু-মুখ মোহাৰি ভাবিলে যে এবাৰ সেইপিনেৰে পাক এটা মাৰি যোৱাহে ভাল। লাহে লাহে মটৰ চলাই গৈ থাকিল।

মটৰৰ লাইটৰ পোহৰ পৰাত দূৰৰ পৰাই তেওঁ দেখিলে যে পান্তাৰ অফিচৰ সমুখৰ ফালে বাৰাণ্ডাত থকা খুটা এটাত আউজি পহৰাত থকা চিপাহীটোৱে বৰ আৰাম কৰি শুই আছে। অফিচৰ পাছফালে মটৰৰ লাইট ভালকৈ পৰা নাছিল যদিও মনিব পাৰিলে যে দুটা মূৰ্ত্তি ক'লা ছাঁৰ নিচিনাই আহি আছিল। হঠাতে বেৰৰ ওচৰলৈ গৈ চকুৰ আঁতৰ হ'ল। ৰাতিৰ বাবে আৰু দুজন পহৰা পাছফালেও ৰখা বুলি অনিল আগ বাঢ়িল। তিনি আলিৰ চুকটো পাই মটৰ ঘূৰাই ভাবিলে যে এবাৰ নিজে চাই স্থিৰনিশ্চিত হৈ যোৱাই ভাল। অফিচৰ সমুখত মটৰ ৰাখি টৰ্চ লাইটটো হাতত লৈ নামি গল। চিপাহীৰ মুখত লাইটৰ পোহৰ পেলাই দিলত সি সাৰপাই দাৰোগা অহা বুলি ভাবি একেজাপতে উঠি চালাম দিলে। অনিলে যেতিয়া কলে যে অফিচৰ পাছ ফালে দুজন মানুহে কিবা কৰিব ধৰিছে তেতিয়া সি দৃঢ় ভাবেৰে উত্তৰ দিলে যে কোনো নাই। সি বৰাবৰ টহল দি আছে। এইমাত্ৰ বিড়ী খাবলৈ বহিছিল। তথাপি অনিলে পাছফালে বাব ধৰা দেখি সিও পাছে পাছে গল।

পাছফালে গৈ অনিলে টৰ্চৰ পোহৰ পেলাই দেখিলে যে তাত কোনো প্ৰাণী নাই। তাৰ পৰাই পান্তা পালৰ চোতাল ঘৰলৈকে লাইটৰ পোহৰ পেলালে। ঘৰৰ দুৱাৰ খিড়িকী বন্ধ। কেৱে কতো নাই। সমুখত মাটিত দেখিলে যে আধাপোৰা চিগাৰেটৰ টুকুৰা এটাৰ পৰা ধোৱা ওলাই আছে। দুখোজমান আঁতৰত দিয়াছলাইৰ

খালি বাহ এটাও আধা মেলাহৈ পৰি আছে। তেওঁ পহৰাটোক সেই দুবিধ বস্তু দেখুৱালত সি আচৰিত হল যদিও কোনোবা আহিছিল বুলি স্বীকাৰ কৰিবলৈ টান পালে। চিগাৰেটৰ টুকুৰাটো সুমাই দিয়াছলাইৰ বাহটো তুলি আনি তাতে ভৰাই তেওঁ জেপত সুমাই থলে।

সেই সময়তে কুমুদ হাজৰিকাই আন্ধাৰে মুধাৰে চাইকল চলাই আহি বাহিৰ ফালে চাইকল থৈ নিঃশব্দেৰে অনিলৰ পাছফালে উপস্থিত হৈ কলে "বেছ, বেছ ধন্যবাদ ৰায়চৌধুৰী, এবা মই ঠিক জানো যে ইয়াটৈ আহিলে নিশ্চয় ধৰা পেলাব পাৰিম। হেৰ পহৰা এওঁক এইফালে আহিব দিছ কেলেই? কিমান সময়ৰ পৰা ইয়াত আছেহি, কি কৰিছে?"

"এইমাত্ৰ আহিছে হুজুৰ, মই আহিব মানা কৰাৰ আগেয়ে ইয়ালৈ আহিল। মই উলিয়াই দিবলৈ আহিছো।"

অনিলে সুধিলে "পিছে হাজৰিকা, আপোনাৰ কৰ্ত্তব্যতো ইয়াত শেষ হৈছে। শুবলৈ এৰি ইমান ৰাতি কিয় ইয়ালৈ আহিল?"

"সেই কথা মইহে আপোনাক সুধিব খুজিছোঁ।"

"অ'...."

"বাৰু ময়েই আপোনাৰ উত্তৰটো দিওঁ—পুৱাৰ পৰা পলাই ফুৰিছে। দিনটো ভাত পানী খোৱা নাই, ৰাতি বাৰ বজালৈকে ঘৰলৈ যোৱা নাই। গতিকে ইয়াতে আপোনাক ধৰিব পাৰিম বুলি স্থিৰ নিশ্চিন্ত হৈ আহিছোঁ।"

"অ'..." বুলি অনিলে জেপৰ পৰা চিগাৰেট এটা উলিয়াই জ্বলাই ললে।

অনিলৰ নিৰ্ব্বিকাৰ 'অ' উচ্চাৰণ শুনি দাৰোগাৰ পেটে পেটে খং উঠি কলে "ঠিক, পালো, আহক এতিয়া।"

অনিলে সুধিলে "কিয় ? মই কিবা অপৰাধ কৰিছো নেকি ?"

"নিশ্চয়, পিছে সেইবোৰ পিছতো কম। সম্প্ৰতি আপুনি ইয়াত অনধিকাৰ প্ৰবেশ কৰি কিবা প্ৰমাণ নষ্ট কৰিব খুজিছিল।"

"তাৰ প্ৰমাণ ?"

দাৰোগাই কলে "ৰাতি এক বজাত লুকাই চুৰকৈ আহি পাছফালে কি বিচাৰিছিল ? কি নষ্ট কৰিবলৈ চেষ্টা কৰিছিল ? ইয়াৰ কৈফিয়ৎ কি ?"

"শুনক দাৰোগা বাবু" অনিলে কলে "এই বাটেৰে মই ঘৰলৈ যাব ধৰিছিলো। মটৰৰ লাইটৰ পোহৰত দেখিলো যে সমুখৰ ফালে আপোনাৰ পহৰা‥" বুলি চিগাৰেটত এহোপা মাৰি তাৰ শুইথকা কথা দাৰোগাৰ আগত উল্লেখ নকৰি আকৌ কলে "আৰু ঠিক এই ঠাইত আন্ধাৰত দুটা ক'লা মূৰ্ত্তি থিয় হৈ…"

দাৰোগাই খঙেৰে পহৰাৰ ফালে চাই সুধিলে "হয় নে ?"

ততালিকে চিপাহীয়ে উত্তৰ দিলে "মই টহল দি বৰাবৰ পহৰা দি আছো হুজুৰ।"

"শুনিলে ৰায়চৌধুৰী ?"

"নিশ্চয় শুনিলো, পিছে কওঁ শুনক, ইয়ালৈ আহি টৰ্চৰ পোহৰ পেলাই চাৰিওফালে চাই কাকো নেদেখিলো। কিন্তু সমুখতে এয়া চিগাৰেটৰ টুকুৰাটো জ্বলা অৱস্থাত পালো। আৰু এইটো দিয়াছ…"

কথাৰ মাজতে হাজৰিকাই হাঁহি কলে "নিজৰ অপৰাধ ঢাকিবলৈ আগধৰিয়ে জেপত প্ৰমাণ ভৰাই লৈছে। বেছ বুদ্ধি, চিগাৰেট খাই টুকুৰাবোৰ জেপত থলে কামত লাগে দেখিছোঁ। পিছে কুমুদৰ চকুত ধূলি মাৰিবলৈ বৃথা চেষ্টা নকৰিব।"

"নকৰো বাৰু।" বুলি দিয়াছলাইটো আকৌ জেপত সুমাই আলি-বাটলৈ খোজ ললে। পাছে পাছে দাৰোগা আৰু পহৰাও আগফাললৈ

গল। অনিলে দুৱাৰ মেলি মটৰত উঠিব খোজোতে দাৰোগাই মাত লগালে "ৰ'ব, কলৈ যায় ?"

"ঘৰলৈ যাম।"

"যাব নোৱাৰে।"

"কিয় ?"

দাৰোগাই কলে "ৰাতি এক বজালৈ আপুনি ক'ত আছিল ?"

অনিলে কলে "মই নাবালক নহয় আৰু আপুনি মোৰ অভিভাবকো নহয়।"

"শান্তি ৰক্ষক হিচাবে গ্ৰেপ্তাৰ কৰিবৰ অধিকাৰ নিশ্চয় আছে।"

"বেছ।"

"ইয়াত নিশা এক বজাত কিয় অনধিকাৰ প্ৰবেশ কৰিছিল ?"

গ্ৰেপ্তাৰ কৰিলে উত্তৰটো আদালতত হে দিম।"

"গ্ৰেপ্তাৰ এতিয়াও কৰা নাই।"

"তেনেহলে চকুত ধূলি মাৰিবলৈ চেষ্টা নকৰো।"

"বাদলক আপুনি ক'ত পলুৱাই ৰাখিছে ?"

অনিলে সুধিলে "তাৰ নামত গ্ৰেপ্তাৰী পৰোৱানা আছে নেকি ?"

দাৰোগাই খঙেৰে কলে "মোৰ প্ৰশ্নৰ উত্তৰ দিয়ক, বাদল আপোনাৰ মক্কেল নেকি ?"

"নহয়।"

"তেনেহলে কাৰ কামত ঘূৰি ফুৰিছে ?"

অনিলে কলে "নিজৰ কামত !"

দাৰোগাই কলে "মিছা মাতি লাভ নাই ৰায়চৌধুৰী, বাদল ৰাতিপুৱা আপোনাৰ ঘৰলৈ গৈছিল। তাৰ পিছত তাক আৰ বিচাৰি পোৱা নাই। এতেকে এই কথা ঠিক যে তাক আপুনি পলাই যাবলৈ পৰামৰ্শ দিছে অথবা ক'ৰবাত লুকাই থৈছে।"

"বিচাৰি উলিয়াওক হাজৰিকা।" বুলি অনিলে মটৰত উঠি বহি কলে "আপোনাৰ আগত নো সি কোন ছাৰ? এতিয়া সাধু উপদেশ এটা শুনক দাৰোগা বাবু, বাকী নিশা চোৰাৰ বাবে আৰু এজন বা দুজন পহৰা ইয়াত ৰখা ভাল হব।" বুলি কৈ মটৰ চলাই দিলে। ঘৰ পাই ঘড়ী চাই দেখে যে তেতিয়া ডেৰ বাজিছে। লৰালৰিকৈ কাপোৰ সলাই বিছনাত দীঘল দি পৰিল।

তাৰ পিছদিনা আবেলি চাৰি বজাত ৰিক্স এখনত উঠি অনিল ৰায়চৌধুৰীয়ে গগন গগৈৰ ঘৰ পাই দেখিলে যে তেওঁৰো এইমাত্র উভতি আহিল। গগৈয়ে প্রথমে কথা কলে "ৰায়চৌধুৰী আজি দেখোন ৰিক্সত, উঠি ফুৰিছে। মটৰ বেয়া হল নে হাজৰিকাৰ চকুত ধূলি দিবলৈ?"

অনিলে উত্তৰ দিলে "উভয় কাৰণতে বুলি ধৰক। বিশেষকৈ কালি হাজৰিকাই কৈছিল যে তেওঁৰ চকুত ধূলি দিবলৈ বৃথা চেষ্টা কৰিব নালাগে।" বুলি কৈ কালি নিশাৰ ঘটনাটো বৰ্ণাই শেষ কৰিলত পাছফালে উকীলনীয়ে খিল্‌খিল্‌কৈ হাঁহি মাৰিলত মূৰ ঘূৰাই চাই কলে "উৱা! ন-বৌ, তুমি চোৰৰ দৰে কেতিয়া আহি চুপি আছা মই গমকে পোৱা নাই।"

"এই বুদ্ধিৰে চোৰাংচোৱা গিৰি ফলোৱা নেকি? তোমাক মদপী বুলি ধৰি নিনিলেও দাৰোগাই তাত পাই ধৰি নিলেহে ভাল পালো-হেঁতেন। এখেতে জামিনত খালাচ কৰি আনিব পাৰিলেহেঁতেন।" বুলি কলত তিনিওজনে হাঁহিলে।

অনিলে কলে "চেলু এটা পাই এৰি দিয়া ভকত তেওঁ নাছিল পিছে যোৱাবাৰ প্ৰমোচন বন্ধ হোৱা বাবে অলপ শুভমতি হৈছে আৰু মদন চক্ৰবৰ্ত্তীলৈও অলপ আশঙ্কা কৰে হবলা। যি নহওক, পিছত নিজৰ ভুল বুজিব পাৰি মোৰ পাছ এৰি বাদলক গ্ৰেপ্তাৰ কৰিব পাৰিছে।"

আচৰিত হৈ গৃহিণীয়ে কলে "এলাপেচা ভকত নহয় দেখিছোঁ।"

"এবা, তেওঁ সুদক্ষ অফিচাৰ। পিছে গগৈদেও আৰু মোৰ লগত শত্রু ভাবাপন্ন হৈ কাম কৰিছে ঠেকা খায়। আমাৰ কাম আৰু কথাবোৰ সদায় বিপৰীত বুদ্ধিৰে ধৰি লয় বাবে খালত পৰে।"

গগৈয়ে সুধিলে "বাদলক ক'ত পালে ?"

"পাণ্ডুত।" বুলি অনিলে কলে "তাৰ মূৰত উইলৰ পোকে কামুৰি পগলা কৰি তুলিছে। মোৰ তাৰ পৰা ওলাই আকৌ কৰবালৈ গৈছিল নে নাই নাজানো। শেষত পাণ্ডুলৈ গৈছিল। পাস্থা পালৰ লগত সদয় ভাব বথা বেলৰে ডাঙৰ কৰ্ম্মচাৰী এজনৰ লগত তাৰো ভাল পৰিচয় আছিল। টকা দি সাহায্য কৰিবলৈ তেওঁকে খাটিছিল গৈ আৰু তাতে খাই বৈ নিশা শুই আছিল। ৰাতিপুৱাই হাজৰিকাই তাৰ পৰা ধৰি আনিছে।"

"শেষ নিশাৰ ভিতৰত কেনেকৈ তেওঁ গম পালে ?" উকীলনীয়ে সুধিলে।

গগন গগৈয়ে মাত লগালে "নহলে পুলিচৰ চাকৰি কেনেকৈ কৰিব ? দক্ষ অফিচাৰৰ সেইখিনি কৌশল আছে। তেওঁলোকৰ চকু চাৰিওফালে থাকে। পিছে ৰায়চৌধুৰী বাদলকো নৱমল্লিকাৰ সৈতে আচামী কৰিছে নে কেৱল সন্দেহৰ ওপৰত গ্রেপ্তাৰ কৰিছে ?"

অনিলে উত্তৰ দিলে "সন্দেহৰ ওপৰত নহয়। দুয়োজনকে আচামী কৰিছে। বাদলে আৰ্চেনিক পাওদাৰ আনি দিছিল আৰু নৱমল্লিকাই তাকে কলিক-কীলাৰৰ লগত মিলাই বাপেকক খুৱাইছিল। তাৰ অকাট্য-প্রমাণ পুলিচে পাইছে।"

অলপ সময়লৈ গোটেই কেইজন নিমাত। গগৈয়ে মাথো চিলিমত জুই নথকা গুড়গুৰিৰ নলিচা ডাল মুখত লৈ হুপি থাকিল। অনিলে চিগাৰেট এটা জলাই ললে। গগৈ গৃহিণীয়ে মাত লগালে "চাহ-

জলপান খাই তাতে বহি ভাবি থাকিব আহক, আহা ৰায়চাহাব।” তিনিওজনে ডাইনিং হললৈ গল।

চাহ খাবলৈ আৰম্ভ কৰি গগৈয়ে কলে “কথাবোৰ বৰ গোলমলীয়া হৈ পৰিল দেখিছো। নৰমল্লিকাক মই জেলত দেখা কৰিছো। তাই কলে বোলে পান্তা পালৰ অফিচৰ টেবিলৰ ড্ৰয়াৰত কলিক-কীলাৰৰ বটল এটা সদায় ৰাখে আৰু যেতিয়া পেইন উঠে তেতিয়া তাৰ পৰা উলিয়াই খায়। তাৰ বাবে পানী আৰু গিলাচো মেজত সদায় সাজু ৰাখে। পৰহিও পান্তা পালেই তাইৰ হাতত চাবি দি ড্ৰয়াৰ খুলি দৰব উলিয়াই পানী মিলাই দিব কৈছিল আৰু তাই দৰব দিব ধৰোঁতে তাইৰ হাতলৈ চাই আছিল।”

“কিন্তু তাইৰ হাতলৈ চাই আছিল নে নাই সেই কথাৰ সাক্ষী দিবলৈ তো কোনো নাই গগৈদেও। আনপিনে তাই যদি অলপ আগেয়ে ছেগ বুজি গৈ দৰবত আৰ্চেনিক মিলাই থৈ আহিছিল ?”

খং কৰি গগৈৰ ঘৈণীয়েকে কলে “তোমাৰ অনুমানবোৰ বৰ অদ্ভুত। দুয়োজনেই অবিশ্বাসী, ভাল লগ লাগিছা।”

তেওঁৰ কথালৈ কাণ নকৰি গিৰিয়েকে কলে “কোনোটোৱেই অসম্ভৱ নহয় অৱশ্যে। তদুপৰি মকৰ্দ্দমা দাখিল হোৱাৰ আগেয়ে তাই মোক নিযুক্ত কৰিবলৈ আহিল আৰু তৎক্ষণাত দুহাজাৰ টকাৰ চেক দিলে। এই কামেও মনত সন্দেহ নোপোজাই নাথাকে। তাই যে সকলোবোৰ সঁচা কথা কৈছে তাকেই বা কেনেকৈ বিশ্বাস কৰো ? তাই কোৱামতে সিহঁতে দিল্লীৰ পৰা বাবাকলৈ মানে পান্তালৈ চিঠি লিখিছিল—দুবছৰৰ অডিটৰ ৰিপোৰ্ট আৰু লাভৰ অংশৰ টকা খুজি। তাৰ উত্তৰত বাবাকে দুয়োকে ইয়ালৈ মাতি পঠিয়ায়। আৰু সেই চিঠি পাই ইয়ালৈ আহে।”

“কিন্তু গগৈদেও মই কওঁ শুনক, মল্লিকাৰ লগত বাদলৰ বৰ ভাল

ভাব। তাইৰ কথা সি পেলাব নোৱাৰে। তাতে আকৌ বাদলৰ বাকচ খানাতালাচ কৰি পুলিচে আৰ্চেনিকৰ অৱশিষ্ট থিনি কাকতৰ টোপোলাত পাইছে। সেইটো এটা অকাট্য প্ৰমাণ। তদুপৰি বাদলে পান্তাক পোন্ধৰ হাজাৰ টকা বিশেষ এবাৰ নোৱাৰা কাৰণত লাগে বুলি খুজিছিল। এশ টকা জলপানী লৈ চাকৰি কৰাৰ ইচ্ছা তাৰ সমূলি নাই বুলি ঠিকাদাৰক কৈছিল। এইবোৰ কথা শুনা বুলি দালালে সাক্ষী দিছে। ঠিকাদাৰে তাক নগদ টকা নিদি ভাল অংশ এটা উইলত লিখি দিয়া বুলি কৈছিল। গতিকে তাৰ বিশেষ দৰকাৰত ঠিকাদাৰক মাৰি টকাটো লবলৈ চেষ্টা কৰা কোনো আচৰিত কথা নহয়।"

"ঠিক কথা। পিছে যি উইলক আশা কৰি সি এইকাম কৰিলে সেই উইলেই দেখোন তাৰ মূৰত টাঙোন মাৰিলে। উইলৰ কথা আপুনি কিবা অনুসন্ধান কৰিছিল নে ৰায়চৌধুৰী ?"

"খা-খবৰ কৰিছো যদিও অনুসন্ধানৰ কোনো পথ উলিয়াব পৰা নাই। শিৱানীৰ লগত আজি এবাৰ দেখা কৰিছিলো। তেওঁ কাৰো বিপক্ষেও নাই সপক্ষেও নাই। উইল কৰা নকৰাৰ বিষয়ে তেওঁৰ মনত কোনো ধাৰণাই নাই। মল্লিকা নাইবা বাদলৰো কোনো বদনাম তেওঁ নকয়। কেৱল সম্পত্তিৰ বিষয়ে কয় যে গিৰিয়েকৰ সম্পত্তিত তেওঁৰ বাহিৰে আন কোনেও উত্তৰাধিকাৰিণী হব নোৱাৰে। বিয়াৰ আগতে সেই প্ৰতিশ্ৰুতি পান্তা পালে তেওঁক দিছিল আৰু সেই কথামতে আজি দুবছৰৰ পৰা নৱমল্লিকা আৰু কিন্নৰীক টকা দিবলৈ বন্ধ কৰিছে। ব্যৱসায়ৰ যে দুই তৃতীয়াংশ টকা সিহঁতে পায় বুলি কয় সি হাঁহি উঠা কথা। তেনেকুৱা কিবা লেখাপঢ়া আছে বুলি গিৰিয়েকে তেওঁক কোনো দিনে কোৱা নাছিল।"

গগৈয়ে কলে "মানুহজনী যদি ইমান সৰল তেনেহলে ছোৱালীহঁতক তেওঁ কিয় দেখিব নোৱাৰে ?"

"অথবা তাৰ বিপৰীতো হব পাৰে মানে ছোৱালীইঁতেহে তেওঁক দেখিব নোৱাৰে।"

"ওঁ, পিছে ৰাতি বাৰ বজাৰ পিছত কোনে তালৈ আহি চিগাৰেট হুপিছিল কিবা গম পালেনে?"

"নাই পোৱা। দিয়াছলাই আৰু চিগাৰেটৰ টুকুৰাটোত কিবা শুংসূত্ৰ পোৱা যায় নে নাযায় পৰীক্ষা কৰি চাব লাগিব।"

উকীলে অলপ সময়লৈ চিন্তা কৰি কলে "মুঠৰ ওপৰত কোনো ফালেৰে পোহৰ দেখা নাযায়। অ' ৰ'ব, পুলিচক কোনে টিপ দিছিল কিবা সন্ধেদ লব পাৰিলেনে ৰায়চৌধুৰী?"

"ওঁহো, সেইকথাৰ সন্ধেদ পোৱা সম্ভৱ নহয় যেন পাইছো। অৱশ্যে এটা কথাৰ গম পাইছোঁ যে টিপ দিয়া জনৰ মাতৰ পৰা মতা মানুহ বুলি কুমুদ হাজৰিকা স্থিৰ নিশ্চিত।"

হঠাতে গগৈ গৃহিণীয়ে মাত লগালে "তেনেহলে এতিয়া কথাটো তেনেই উজু হৈ পৰিল, নহয় নে ৰায়চাহাব?"

"কি উজু হ'ল ন-বৌ?"

"নুবুজা ভাও ধৰিলা? কওঁ শুনা, যিজনে পুলিচক টিপ দিছিল সিয়েই হত্যাকাৰী মানে সিয়েই দৰবৰ বটলত আৰ্চেনিক মিহলাই থৈছিল। যেতিয়া দেখিলে যে তাৰ উদ্দেশ্য সিদ্ধি হল তেতিয়া পুলিচক টিপ দিলে......."

বাধা দি গগৈয়ে কলে "বুজিলো বাৰু, তাৰ উদ্দেশ্য আছিল পান্তাক হত্যা কৰা আৰু সেই কাম নিৰ্ব্বিঘ্নে সমাধা কৰি তাৰ উদ্দেশ্য সিদ্ধি কৰিলে। তেনেহলে পুলিচক টিপ দি জঞ্জাল বঢ়াবলৈ তাৰ কি দৰকাৰ আছিল?"

ঘৈণীয়েকে কলে "আপুনিও ভাও জুৰিলে নে মোকো জেৰা কৰিব খোজে? বোলো একে কম্মটিতে দুটা ফল পাৰিলে। প্ৰথম উদ্দেশ্য

পান্তাক নিহত কৰা কাম যেতিয়া সিদ্ধি হল আৰু যেতিয়া দেখিলে যে নৱমল্লিকাই নিজ হাতেৰে দৰব খুৱাই দিলে তেতিয়াই তাৰ মনলৈ নতুন কূট-কৌশল আহিল যে পুলিচক টিপ দিলেই নৱমল্লিকাও লগতে আঁতৰ হব। সহজ কথা হয় নে নহয় চাওক এতিয়া আৰু ৰায়চাহাবৰ কাম উজু হবনে নহয় কোৱা ?"

"জটিলহে হল ন-বৌ, উজু কেনেকৈ হব ?"

"তেনেই ফিলটাৰ কৰা পানীৰ নিচিনা" বুলি উকীলনীয়ে কলে "পান্তাক হত্যা কৰাত সি কিবা স্বাৰ্থ পূৰণ কৰিব পাৰিলে আৰু নৱমল্লিকাক অপৰাধিনী কৰি তাৰ কিবা প্ৰতিশোধ চৰিতাৰ্থ কৰিলে। ধৰক যদি সি ইতিপূৰ্ব্বে মল্লিকাৰ ওচৰত প্ৰণয় নিবেদন কৰি গালি খাইছিল ?"

গগন গগৈয়ে কলে "কিন্তু তাইতো কোনোবা প্ৰণয়ী থকা বুলি মোৰ আগত স্বীকাৰ নকৰিলে।"

ঘৈণীয়েকে কলে "স্বীকাৰ কৰিব কেনেকৈ ? সেইবোৰ যাৰে তাৰে আগত কোৱা কথা নেকি ? আনহাতে তাই যদি প্ৰেমত পৰা নাছিল কেৱল গালিহে পাৰিছিল সেই ক্ষেত্ৰত হয়তো পাহৰি যাবও পাৰে।"

অনিল ৰায়চৌধুৰীয়ে কলে "এৰা ভাল অনুমান এটা কৰিছা। তোমাৰ কথাত যুক্তি নথকা নহয়। চাওঁ ন-বৌ, দিয়াচোন আৰু এপিয়লা, মনটো আৰু অলপ তেজী কৰি লওঁ।"

তাৰ পিছত তিনিওজন অলপ সময় নিমাত হৈ থাকিল। খোৱা শেষ হলত বিদায় সম্ভাষণ জনাই অনিল ওলাই গল।



## —চাবি—

অনিলে বিস্ময় এখনত উঠি পাস্তা পালব ঘৰ ঘুৰাকৈ চলাব দিলে। পান্তাৰ অফিচৰ সমুখেৰে আৰু অলপ গৈ আধাভগা পুৰণি ঘৰ এটাৰ সমুখত বিস্ময় ৰখাই দেখিলে যে মানুহ এজনে চৰকাৰী আলিতে খদি এডাল ফালিব ধৰিছে। আলিৰ দাঁতিৰ নৰ্দ্দমাটো এৰি সিইতৰ ঘৰ গতিকে আলিৰে এফাল চোতাল হিচাবে ব্যৱহাৰ কৰে। সি অনিলৰ ফাললৈ চোৱাত অনিলে সুধিলে "তোমাৰ নাম সাধন হয় নে ?"

তেতিয়া প্ৰায় আন্ধাৰ হৈছিল। মানুহজনে কুঠাৰ এৰি বিস্ময়ৰ ওচৰলৈ আহি ভালকৈ চায়ো অনিলক নিচিনি কলে "এৰা, মোৰ নাম সাধন কিন্তু মই হলে আপোনাক সমূলি চিনিব পৰা নাই।"

অনিলে কলে "তুমি চিনি নোপোৱা। মোৰ নাম অনিল ৰায়-চৌধুৰী। তোমাক অকলে লগ ধৰি কেষাৰ মান কথা সুধিবলগীয়া আছে। তোমাৰ ঘৰত বহিবলৈ ঠাই হবনে ?"

সাধনে কলে "আমাৰ এইবোৰক নো ঘৰ বোলেনে দেউতা? আলিৰ দাঁতিৰ কোঠাটোত মই থাকো। তাতে থকা খোৱা আদি সমুদায় কাম চলাব লাগে। তাৰ ভাড়া মাহিলী দহটকা। তাৰ পিছৰ কোঠাবোৰৰ আঠ টকাকৈ। প্ৰত্যেক কোঠাতে আমাৰ নিচিনা নিচলা একোটা পৰিয়াল কোনোমতে থাকে আৰু। আপোনাক নো কি কম, বহিবলৈ ঠাইহে দিম নালাগে ভিতৰ ফালে ভুমুকি মাৰিবও দিব নোৱাৰো।"

"ভিতৰ ফালে ভুমুকি মাৰিবলৈ মোৰ দৰকাৰো নাই। কেৱল কেইটামান কথা তোমাৰ পৰা জানিব লাগে। তুমি জানো মোৰ

ঘৰলৈ এই ৰিক্সতে উঠি যাব পাৰিবা। মোৰ ঘৰত চাহ খাই কথা পাতি উঠি আহিবৰ সময়ত মাছ-পাচলি অলপ বজাৰৰ পৰা কিনি আনিবও পাৰিবা। মই পইচা দিম। নে কিবা আপত্তি আছে ?”

"আপত্তি" বুলি সাধনে মূৰ খজুৱাই কলে “অৰ্থাৎ কিবাবোলেনে ……..” বুলি আকৌ নিমাত হল।

অনিলে কলে “এৰা মোক নিচিনা যেতিয়া সন্দেহ ওপোজাৰ কথাই। ভাঙি কওঁ শুনা, তুমি পান্তা পালৰ অফিচৰ চকীদাৰ আছিলা। তাৰে অলপ খা-খবৰ মোৰ জনাৰ আৱশ্যক। তাৰ পৰা কাৰো কোনো ৰকমৰ অনিষ্ট নহয়। ইপিনে তোমাৰো এসপ্তাহৰ বজাৰ খৰচটো ওলাই যাব। কোৱা এতিয়া কিবা আপত্তি আছে নেকি ?”

আগ্ৰহেৰে সাধনে কলে “মই কুঠাৰখন থৈ গাত কাপোৰ এখন লৈ ওলাই আহো ৰ'ব।” বুলিকৈ ততালিকে ঘৰৰ ভিতৰলৈ গৈ হাফ-পেণ্ট আৰু চোলা এটা পিন্ধি হাতত বজাৰ কৰা মোনা এখন লৈ অলপ পিছতে ওলাই আহি কলে “মই পা-দানিত বহি যাব পাৰিম।”

“নালাগে,” বুলি অনিলে কলে “মোৰ লগতে বহা।” বুলি তাক হাতত ধৰি জোৰকৈ নিজৰ লগতে বহুৱালত সি অস্বস্তি অনুভৱ কৰি দাঁতিৰ ফালে যিমান দূৰ পাৰে এফলীয়া হৈ বহিল। অনিলৰ নিৰ্দ্দেশ মতে ৰিক্স চলিল। উভয়ে নিমাত হৈ থাকিল। পোন্ধৰ মিনিট পিছতে ঘৰ পাই সাধনক বৈঠকখানাত বহুৱাই জং বাহাদুৰক চাহ আৰু কেক দিবলৈ আদেশ দিলে। তাৰ পিছত সাধনৰ ওচৰা ওচৰিকৈ বহি জেপৰ পৰা দহটকাৰ নোট দুখন উলিয়াই এখন সাধনৰ হাতত দি কলে “এয়া তোমাৰ বজাৰ খৰচৰ টকা আগধৰিয়ে দি মোৰ কথা ৰাখিলো। আকৌ যদি তুমি মোৰ প্ৰশ্নৰ উত্তৰ ঠিকমতে দিয়া কোনো মিছা কথা নোকোৱা তেতিয়াহলে বাকী দহটকা পুৰস্কাৰ দিম, বুজিছা ?”

সাধনে হাতদুখন কপালত লগাই মূৰটো মাটিৰ ওচৰলৈ দোঁৱাই নমস্কাৰ কৰি ক'লে "বুজিছো দেউতা। ঈশ্বৰে আপোনাক পঠাই দিলে নহলে আজি টেকেলী কাতি হৈছিল আৰু। ঠিকাদাৰ চাহাবে দিনে দুটকাকৈ দিছিল তাৰেই কোনোমতে ল'ৰা তিৰোতাৰ মুখত এমুঠি ভাত দিছিলো। ঘৰত থাকিলে ফটাকানি পিন্ধি থকা আপুনি দেখিছেই। এইজোৰ ঠিকাদাৰে দিয়া অফিচৰ পোছাক। এয়ে অৱস্থা। আজি দুপৰীয়াও প্ৰায় লঘোনেই বুলিব লাগে। নতুন কাম বিচাৰি পোৱা নাই।"

সেই সময়তে বাহাদুৰে চাহ আৰু কেক আনি দিলত অনিলে নিজৰ ভাগলৈ দিয়াখিনিও সাধনক খাবলৈ দি কেই চকলামান ৰুটিও আনি দিবলৈ বাহাদুৰক আদেশ দিলে। সাধনে ততালিকে খাবলৈ আৰম্ভ কৰি ৰেলযাত্ৰীৰ দৰেই খৰধৰকৈ গিলিবলৈ ধৰিলে। অলপ সময় তাৰ খোৱা চাই থাকি আনিলে চিগাৰেট এটা জ্বলাই বাহিৰৰ ফালে চাই হুপিবলৈ ধৰিলে। সাধনৰ খোৱা শেষ হলত অনিলে' সুধিলে "পান্তা পালৰ অফিচত তোমাৰ কাম কি আছিল কোৱাচোন?"

"পুৱা ঠিকাদাৰ চাহাবৰ ঘৰৰ পৰা অফিচৰ দুৱাৰৰ চাবি আনি দুৱাৰ মেলি ঘৰ সাৰা. চকী-মেজ চাফা কৰাৰ পৰা আৰম্ভ কৰি বাবুইতৰ আলপৈচান ধৰা, ডাকত চিঠি-পত্ৰ দিয়া আদি সমুদায় কাম ময়েই চলাইছিলো। কবলৈ হলে মই চকীদাৰো, চাপ্ৰাচীও। বাবুইতে দুপৰীয়া খাই বৈ গলে লৰালৰিকৈ ঘৰলৈ আহি ভাত এমুঠি খাই গৈছিলো। কেতিয়াবা কেতিয়াবা দুই তিনি বজাতহে খাবলৈ অহাৰ সময় পাওঁ। দুই-এদিন আহিবলৈ সময়ো নহয় আৰু ভাত খোৱাও নহয়। গধূলি ছয় বজাত দুৱাৰ বন্ধ কৰি চাবি শোধাই দি ঘৰলৈ আহিব পাৰো।"

অনিলে সুধিলে "দুৱাৰৰ চাবি কাৰ হাতত দি আহিব লাগে?"

সাধনে উত্তৰ দিলে "তেখেতৰ ঘৰত যাকেই লগ পাওঁ তাৰে হাতত দি থৈ যাওঁ। কেতিয়াবা তেখেতৰ হাতত, কেতিয়াবা ঘৈণীয়েকৰ হাতত, কেতিয়াবা চাকৰটোৰ হাতত দি যাওঁ, কোনো ঠিক নাই। ঠিকাদাৰ চাহাবৰ ঘৰত সেই চাবি আঁৰি থোৱা গজাল এটা আছে, তাতে তেওঁলোকে আঁৰি থয়।"

"তেনেহলে তাৰ পৰা আনি যেয়ে পায় সেয়ে দুৱাৰ খুলিব পাৰে, নহয় নে ?"

"পাৰে অৱশ্যে।" সাধনে উত্তৰ দিলে "কিন্তু নোখোলে, কি কামত খুলিব ? কিবা দৰকাৰ হলে তেখেতে নিজে খুলিছিল।"

অনিলে সুধিলে "পান্তা পাল মৰাৰ দিনা পূৱাৰ পৰা তুমি অফিচতে আছিলা নে বাহিৰলৈও গৈছিলা ?"

"ৰ'ব" বুলি অলপ ভাবি সাধনে উত্তৰ দিলে "সেইদিনা দহবজাত এবাৰ ডাকঘৰলৈ গৈছিলো। চাইকলেৰে গৈ চিঠি ডাকত পেলাই উভতি অহাত হয়তো দহ-পোন্ধৰ মিনিট লাগিছিল। তাৰ বাদে গোটেই দিনটো অফিচতে আছিলো। দুপৰীয়া এক বজাৰ অলপ পাছত চাহাব অফিচলৈ অহাত ভাত খাবলৈ গৈ দেৰ বজাত আহি পাইছিলোহি।"

"ঠিকাদাৰে কেতিয়া ভাত খাবলৈ গৈছিল ? আৰু অফিচত কাম কৰা বাকী বিলাক কেতিয়া গৈছিল ?"

"সেইদিনা তেখেতৰ জীয়েক দুজনী এঘাৰ বজাত পাইছিলহি। তেতিয়াই তেখেতে গৈছিল আৰু খাইবৈ এক বজাৰ সময়তহে আকৌ অফিচলৈ আহিছিল। বাদল বাবু তেওঁলোকক আনিবলৈ গৈছিল হবলা, পুৱাৰ পৰা অহাই নাছিল। এঘাৰ বজাৰ পাছত এবাৰ আহি অলপ সময় থাকি আকৌ ঘৰলৈ গৈছিল। দালাল বাবু আৰু গিৰিবাবু বোধকৰো বাৰমান বজাত খাবলৈ গৈছিল হবলা, ঠিক সময় কব নোৱাৰো। প্ৰায় তেনেকুৱা সময়তে সদায় খাবলৈ যায়।"

"তুমি সেই সময়ত ক'ত আছিলা ?"

সাধনে কলে "মই অফিচ ঘৰৰ ভিতৰতে টুলখনত বহি টোপনিয়াই থাকো, নহলে বাহিৰ ফালৰ বাৰাণ্ডাত থকা বেঞ্চিখনত শুই থাকো... ...অ' ৰ'ব, সেইদিনা অফিচৰ সমুখত আলিৰ সিপাৰে থকা গছ জোপাৰ তলত বান্দৰ নচুৱাইছিল মই তাকে চাই আছিলো।"

"তেনেহলে অফিচত যদি কোনোবা সোমাইছিল তাক তুমি দেখা নাছিলা, নহয় নে ?"

"তেনেকুৱা সময়ত কোনো বাহিৰা মানুহ নাহে। আহি সোমালে নিশ্চয় দেখিলোহেঁতেন।"

অনিলে সুধিলে "বাৰু কোৱাচোন দালাল আৰু গিৰিধাৰীয়ে একেলগে ওলাই গৈছিল নে অগাপিছাকৈ গৈছিল ?"

সাধনে কলে "সেইটো হলে মই দেখা নাছিলো। দুয়োৰো ঘৰ একেফালে নহয়। আগে পিছেও কেতিয়াবাহে অফিচৰ পৰা একেলগে ওলায়। নহলে প্ৰায়েই অগা-পিছাকৈ যায়।"

তাৰ পিছত অনিলে ঘূৰাই পকাই সাধনক আৰু ভালেমান প্ৰশ্ন কৰিলে। সাধনেও যিমান দূৰ জানে সঁচা উত্তৰকে দিলে। কিন্তু তাৰ পৰা অনিলৰ কোনো লাভ নহল। বৰং কথাবোৰ আগতকৈ গোলমলীয়া হে হ'ল। ৰহস্যৰ সমাধানৰ কোনো পথকে নোলাল। হতাশ হৈ অৱশেষত সুধিলে "বাৰু কোৱাচোন সাধন পান্তাবাবুৰ ঘৰৰ পৰা অফিচলৈ কোনোবা কেতিয়াবা আহে নে ?"

সি উত্তৰ দিলে "মই হলে কাকো কেতিয়াও অহা দেখা নাই। অৱশ্যে চাকৰটো ঠিকাদাৰ চাহাবৰ ওচৰলৈ মাজে সময়ে আহিছিল। জীয়েকহঁত আগে যেতিয়া ইয়াত আছিল তেতিয়া মাজে সময়ে বাপেকৰ ওচৰলৈ আহিছিল। ঘৰৰ পৰা টকা পইচা আনিবৰ দৰকাৰ হলে তেওঁলোকে আনি দিছিল কিন্তু তেওঁলোক ইয়াত নথকাত চাহাবে

নিজেই টকা পইচা থোৱা বা অনাৰ কাম কৰিছিল। মজুৰবোৰক দিব লাগিলে টকা আনি তেওঁ গিৰিবাবুৰ হাতত দিয়ে আৰু গিৰিবাবুই বিলাই দিয়ে। সেইদৰে বাহিৰৰ পৰা দালাল বাবুই টকা আনিলেও গিৰিবাবুৰ হাতত দিয়ে, তেওঁ গণি চাই বহীত লিখি চাহাবক দিয়ে।"

আৰু দুই এক আষাৰ কথা সুধি পুৰস্কাৰৰ টকা দহোটাও দি সাধনক বিদায় দি অনিলে একে ঠাইতে বহি চিগাৰেট এটা জ্বলাই লৈ ভাবিবলৈ ধৰিলে। কুৰি টকাৰে বহুত খা-খবৰ সংগ্ৰহ কৰিলে যদিও ৰহস্য সমাধানত সেইবোৰে সমূলি সহায় নকৰে। তথাপি তেওঁ মনত কোনো অনুশোচনা নকৰি সেই ভগা-ছিগা খবৰৰ টুকুৰাবোৰকে জোৰা-ফোন্দা লগাই কিবা পথ উলিয়াব পাৰে নেকি তাৰেহে উপায় চিন্তা কৰি থাকিল। হাতৰ চিগাৰেট হাততে পুৰি ছাই হলত পেলাই দি আকৌ এটা উলিয়াই হাতত ললে। সেই সময়তে কুমুদ হাজৰিকা হঠাতে আহি দুৱাৰ মুখৰ পৰা দুষ্টৰ হাঁহি মাৰি মাত লগালে "ৰায় চৌধুৰীয়ে সোনকালে ঘৰ চাপিছে দেখোন। এই সময়ত আপোনাক ঘৰত নাপাম বুলিহে বিশ্বাস কৰিছিলো।"

চেঁচা মাতেৰে অনিলে কলে "বহক হাজৰিকা। পিছে··· ?"

হাজৰিকা বহিল। অনিলৰ পেকেটৰ পৰা চিগাৰেট এটা উলিয়াই জ্বলাই লৈ দুহোপা মাৰি কলে "পিছে মই আপোনাৰ কষ্টৰ লাঘৱ কৰিবৰ বাবে উপযাচিয়ে আহিলো জানিব। আপুনি আমাৰ ইনস্পেক্টৰ চাহাবৰ বন্ধু। মোক বন্ধু বুলি নাভাবিলেও মই হলে বন্ধু বুলিয়েই ভাবো।"

"ধন্যবাদ।" অনিলে কলে।

"সেই কাৰণে" আগৰ কথাৰ লগত যোগ ৰাখি কুমুদে কলে "ইঁইতৰ কেচটোৰ প্ৰকৃত খবৰ আপোনাক জনাই যাম বুলিয়ে আহিলো। কওঁ শুনক—বাদল আৰু নৰমল্লিকাৰ ভিতৰত গাথীৰ

মিঠৈ ভাব। তাই দিল্লীত থকা সময়ৰ ভিতৰতে সি পান্তাৰ বিনানুমতিত চুৰ কৰি অৰ্থাৎ মনে মনে দিল্লীলৈ গৈছিল। শেষৰ বাৰ মানে তাই অহাৰ দুদিন আগতে সি উভতি আহিছিল। পালৰ আগত তাৰ মোমায়েকৰ ঘৰলৈ যোৱা বুলি কৈছিল। তথাপি কিবা সন্দেহ কৰি পালে তাক গালি গালাজ কৰিছিল। পালে নহয়, সিহঁতৰ স্বভাৱৰ পৰিচয়? বেছ। এতিয়া 'মটিভৰ' কথা কওঁ শুনক, পান্তা পালে খাটাংকৈ কৈছিল যে মল্লিকাৰ বিয়া বাদলৰ লগত হব নোৱাৰে। তাই বাদলতকৈ এবছৰে ডাঙৰ আৰু কবলৈ হলে সি চপনীয়া, হয়নে নহয় বাৰু?"

"কৈ যাওঁক, মই শুনি আছো।" অনিলে কলে।

"বেঁছ, কিন্তু সিহঁতে তাৰ কথা মানিব কিয়? প্ৰেমৰ জোৱাৰ সাংঘাতিক বস্তু। গতিকে দুয়োৰো মাজত ষড়যন্ত্ৰ এটা ভালকৈ চলাইছিল। এই চব উইল-চুইল সকলো মিছা। আৰু সেইবোৰৰ কোনো আৱশ্যকো সিহঁতৰ নাই। কাৰণ জানেই নহয়, পান্তা পালৰ ওৱাৰিশ বুলিবলৈ কেৱল জীয়েক দুজনীহে। শিৱানীৰ কেৱল জীয়াই থকা দিনলৈহে স্বত্ব। তাৰ পিছতে সিহঁতে পাবই। আপোনাৰ উকীল বন্ধুৱে কোৱা নাই জানো?"

"আপোনাৰ বক্তব্যহে শেষ কৰক।"

"বেছ," দাৰোগাই কলে "নৱমল্লিকা আৰু কিন্নৰীক ইতিমধ্যে বহুত ধন বাপেকে দিছে। মানে সিহঁতৰ নামত প্ৰত্যেকৰে প্ৰায় লাখ টকাৰ ওচৰাওচৰি জমা আছে। গতিকে ভৱিষ্যতে সম্পত্তিৰ কথা বা উইলৰ কথা ভাবিবলৈ যাব কিয়? প্ৰণয়-জোৱাৰ নে মই মিছা কৈছোঁ?"

অনিলে কোনো উত্তৰ নিদিয়া দেখি আকৌ কলে "এইবাৰ দিল্লীত সিহঁতৰ গোপন ষড়যন্ত্ৰ পকা হলত আৰ্চেনিকৰ পুৰিয়াবে সৈতে

বাদলক আগধৰি ইয়ালৈ পঠায়। অথবা বাদলে ইয়াকো কোনোবা দোকানত হয়তো কিনিব পাৰে সেই বিষয়ে সঠিককৈ কব নোৱাৰিলো। নজনা কথা এটা আপোনাক কিয় কম? বেছ, তাৰ পিছত শুনক, সেইদিনা জীয়েকহঁত অহা উপলক্ষ কৰি বন্ধাবঢ়াৰ ব্যৱস্থাটোৰ বাদলেই স্পেচিয়েল বন্দবস্ত কৰিছিল অৰ্থাৎ যিবোৰ বস্তু খালে লগে লগে পান্তা পালৰ কলিকৰ কোৰ চৰে তেনেকুৱা বাঙ্কোনৰ বন্দবস্তহে সি কৰিছিল মানে সিয়েই পুৰা বজাৰ কৰি দিছিল।"

অনিলে অৱজ্ঞাৰ হাঁহিমাৰি সুধিলে "বাদল ভাল বান্ধনিও নেকি?"

"নাজানো। অৱশ্যে সি ভাতো বন্ধা নাছিল। বান্ধিছিল শিৱানীয়ে। তায়েই বান্ধনী। গিৰিয়েকক অপথ্যবোৰ নিদিওঁ বোলা স্বত্বেও জীয়েকহঁতে একেলগে খাবলৈ বহি জোৰ কৰি খুৱাইছিল। বাপেকে নাখাওঁ বুলিলে সিহঁতেও হাত দাঙিছিল। এতেকে বাধ্যত পৰি পালে যি পালে তাকেই গিলিলে আৰু সেইবোৰ পেটত পৰাৰ পিছতে কলিকা লাগিল। নৱমল্লিকাই তেনে হব বুলি আগধৰিয়ে জানে আৰু সেইবাবে বাপেকৰ লগে লগে অফিচলৈ গৈছিল। তাৰ পিছত পূৰ্ব্বতে ঠিক কৰি বখামতে কলিক কীলাবৰ লগত মিলোৱা আৰ্চেনিক খুৱাই দিছিল। তেনেই সহজ আৰু সংক্ষেপ। এয়ে প্ৰকৃত ঘটনা। বুজিলে, নে আপোনাৰ কিবা আসোৱাহ আছে?"

অনিলে চিন্তাত বুৰ মাৰি অথবা ভাওঁ জুৰি নিমাত হৈ বহি থকা দেখি হাজৰিকাই আকৌ কলে "নামাতিলে দেখোন ৰায় চৌধুৰী? খং কৰিলে নে কিবা চিন্তা কৰিছে?"

"তাৰ কোনোটোৱেই নহয় হাজৰিকা। আপোনাৰ কথা শেষ হবলৈহে...ব'ৰ চাহ খাওঁক।" বুলি বাহাদুৰক মাতি চাহ আনিবলৈ আদেশ দিলে। হাজৰিকাৰ কথাত কোনো ওলোটা প্ৰশ্ন নকৰা দেখি তেওঁৰ মনত আনন্দ হল, চাহ আনিবলৈ দিয়াত পেটে পেটে আৰু

ভাল পালে।" তাৰ পিছত কাহ এটা মাৰি কলে "বুজিছে ৰায় চৌধুৰী, মোৰ কথাবোৰ আপুনি যি ভাবেই গ্ৰহণ নকৰক মই হলে বন্ধু ভাবি সৰল ভাবে সকলো কথা কলো। মই কোৱা কথাৰ প্ৰমাণ নাই বুলিও নাভাবিব অৱশ্যে কি প্ৰমাণ তাক ভাঙিব নোৱাৰো। মুঠতে অকাট্য বুলি কৈ থব পাৰো আৰু হাজাৰ চেষ্টা কৰিলেও তাৰ ভিতৰত কোনো সুৰুঙা আপুনি অথবা গগৈদেৱে উলিয়াব নোৱাৰিব বুলিও মই ডাঠি কব পাৰোঁ।"

এনেতে চাহ আহিলত চাহ খাই আকৌ এটা চিগাৰেট অনিলৰ পেকেটৰ পৰা উলিয়াই হাতত লৈ থিয় হৈ হাজৰিকাই কলে "আপোনাৰ নাম-যশ বিয়পি পৰা, গতিকে এই কেচ চলাই থাকি শেষত বদনাম লোৱা উচিত নহয় বুলিয়েই মই ভাবো। হয়নে নহয় বাৰু? শুনিলেও শুনক নুশুনিলেও নুশুনক, মোৰ কৰ্ত্তব্য মই কৰিলোঁ।"

"তাৰ বাবে বহুত ধন্যবাদ, হাজৰিকা। কিন্তু এটা কথা, যি থলত মক্কেলৰ টকা খাইছো সেই ক্ষেত্ৰত মাজ বাটতে এৰি বহি থাকিলে মক্কেলৰ লগত বিশ্বাস ঘাতকতা কৰা নহব জানো? তাই যদি প্ৰকৃত দোষী হয় তেন্তে শাস্তি পাওক। প্ৰকৃত অপৰাধীয়ে যাতে শাস্তি পায় ময়ো তাকে ইচ্ছা কৰো।"

ইয়াৰ পিছত কোনো কথা নোকোৱাকৈ হাজৰিকা ওলাই গল।

কুমুদৰ কথাবোৰে অনিলক অন্যমনস্ক কৰিছিল। ভাবিলে, এৰা কুমুদ হাজৰিকাই কোৱা কথাবোৰ দলিয়াই পেলাব নোৱাৰি। বিশেষকৈ উপযুক্ত প্ৰমাণ হাতত নাপালে তেওঁ এইদৰে আহি দস্ত কৰিবলৈ সাহ নকৰিলেহেঁতেন। নিশ্চয় অকাট্য প্ৰমাণ পাইছে আৰু তাক ওফোৰাবলৈ অনিলৰ হাতত কোনো অস্ত্ৰ নাই। তদুপৰি প্ৰমাণ নোপোৱা হলেও কুমুদৰ কথাবোৰ যুক্তিপূৰ্ণ তাক

উলাই কৰিব নোৱাৰি। এৰা, প্ৰণয়-জোৱাৰত মানুহে কি কৰিব নোৱাৰে? সপোনতো ভাবিব নোৱাৰা কথাও হঠাতে কৰি পেলায়। আগৰ পৰা এই ফালেৰে সমূলি ভাবি নোচোৱা বাবে বৰ অন্যায় কৰা হৈছে। নহলে হয়তো ৰহস্য সমাধানৰ পথত বহুত খিনি আগবাঢ়িব পৰা গলহেঁতেন। যি নহওক, কুমুদ আহি ভালেই কৰিলে। নতুন পথ এটাৰ সন্ধান দি গল। যদি কুমুদৰ কথাবোৰ সঁচা হয় তেতিয়া নৱমল্লিকাক থালাচ কৰাৰ আশা সমূলি নাই। নাথাকক, প্ৰকৃত দোষীয়ে দণ্ড পোৱাটোকে অনিলেও সদায় ইচ্ছা কৰে।

তাতে বহি বহিয়ে অনিলে আৰু তিনিটা চিগাৰেট পুৰিলে। তেনে সময়তে জং বাহাদুৰে আহি ভাত হোৱাৰ কথা জনালত ঘড়ীলৈ চাই দেখিলে যে নিশা এঘাৰ বাজিল। অবাবত ঘূৰি সময় নষ্ট কৰাতকৈ খাই বৈ উঠি ভৱিষ্যত কৰ্ত্তব্যৰ আঁচনি স্থিৰ কৰি শুই থকাই ভাল বুলি ভাবি ভিতৰ সোমাই গল।

—পাচ—

তাৰ পিচদিনা ৰাতিপুৱা অনিলে পান্তা পালৰ ঘৰলৈ গল। অফিচ ঘৰৰ বাৰাণ্ডাত পুলিচ পহৰাটোৱে আৰাম কৰি বেঞ্চখনত শুই আছে। অফিচঘৰৰ দাঁতিয়েদি ভিতৰ ফাললৈ যোৱা বাটেৰে দুখোজমান দি উভতি আহি সদৰ বাটেৰে সোমাই গৈ বৈঠকখানাৰ সমুখত থিয় হৈ দেখিলে যে দুৱাৰ খিড়িকীবোৰ বন্ধ। ভিতৰ ফালেও প্ৰায় নিস্তব্ধ যদিও দুই একাষাৰ কথা শুনি বুজিলে যে মানুহ উঠিছে। তেওঁ বুজিলে যে ঘৰত বেছি মানুহ নাই আৰু সৰু ল'ৰা-ছোৱালীও নাই যেতিয়া গোলমাল আদি শুনাৰ কথাও

নহয়। বিশেষকৈ এই দুৰ্ঘটনাৰ পিছত বং-ৰহস্য বা তাঙৰ কথা-বাৰ্তা শুনাটোহে স্বাভাৱিক। তেওঁ বাহিৰৰ দুৱাৰত ঠকৰিয়াই দি অলপ সময় ৰ'ল। লগে লগে কোঠালীৰ ভিতৰত খোজৰ শব্দ হ'ল। এজনৰ পাতল ভৰিৰ শব্দ ভিতৰফালৰ পৰা গম পালে আৰু আনজনে আহি পৰ্দ্দা গুচাই দুৱাৰ মেলি দি অনিলক দেখি মুখেৰে কোনো কথা নুসুধি প্ৰশ্নবোধক চকুৰে তেওঁৰ মুখলৈ চাই থাকিল। অনিলেও কোনো প্ৰশ্ন নকৰি সিজনৰ মূৰৰ পৰা ভৰিলৈ এবাৰ চালে। ফিটফাট সাজপাৰৰ ডেকা এজন। বয়স আঠাইশ বছৰ মান হব পাৰে। ওঁঠত চিনেমা পেটাৰ্ণ গোঁফৰ ৰেখা। চকুত চশ্‌মা। হাতত চিগাৰেট। কপালত ঘাম দেখি অনিলে বুজিলে যে ডেকা কিবা কাৰণত নাৰ্ভাচ হৈছে।

অলপ প্ৰকৃতিস্থ হৈ ডেকাই প্ৰশ্ন কৰিলে "কাক লাগে?"

গহীন মাতেৰে সংক্ষেপতে অনিলে উত্তৰ দিলে "ঘৰৰ মালিকক।"

আচৰিত হৈ সিজনে চকুযোৰ ডাঙৰকৈ মেলি মুখেৰে জোৰেৰে উচ্চাৰণ কৰিলে "কা-ক?"

"কিয়, এবাৰত নুশুনিলে নেকি? এই ঘৰৰ গৰাকীক।"

"আপুনি ক'ৰ পৰা আহিছে? কি কথা? তেওঁতো মৰিল, নাজানে নেকি?"

অনিলে কলে "তেওঁ মৰিলেও তেওঁৰ সা-সম্পত্তিৰ আৰু ঘৰৰ গৰাকী নিশ্চয় কোনোবা আছে।"

সিজনৰ মনটো আগতকৈ সুস্থ হৈছিল। তেতিয়াহে হাতৰ চিগাৰেটত এহোপা মাৰি কলে "আছে, মানে মতা মানুহ নাই। বাইদেও আছে আৰু তেওঁৰ ছোৱালী দুজনী মানে এজনীহে আছে। ডাঙৰ জনীক পুলিচে গ্ৰেপ্তাৰ কৰি নিছে। তাইৰ সাপৰ প্ৰকৃতি বুলি আগৰ পৰাই জানো কিন্তু ইমান দূৰ হব পাৰে বুলি সপোনতো

ভবা নাছিলো। পিছে আপুনি বহিব নেকি? কাৰ লগত দেখা কৰিব খোজে? বাইদেও তো শোকে তাপে অস্থিৰ, কাৰো লগত কথাকে পাতিব নোখোজে। সৰু জীয়েক মানে কিন্নৰীয়েতো নিগাত হৈ শুই থাকে বিছনাৰ পৰা উঠিবই নোখোজে। এতিয়াও শুই আছে নেকি?"

অনিলে সিজনৰ ওচৰেৰে ভিতৰ সোমাই গৈ চকী এখনত বহি ললে। তেওঁৰ এই কামত মানুহজনৰ মুখখন ক'লা পৰিল। মুখ দেখি অনিলৰ বুজিবলৈ বাকী নাথাকিল যে সিজনে বৰ অসন্তুষ্ট হৈছে। বাহিৰে বাহিৰে অনিলক বিদায় দিয়াৰ ইচ্ছা আছিল বুলি তেওঁ বঢ়িয়াকৈ বুজি পালে। সিজনেও ঘূৰি দুখোজ ভিতৰ সোমাই থিয় হৈ ৰ'ল। কি বুদ্ধিৰে অনিলক খেদিব পাৰি তাকেই চিন্তা কৰি কলে "মই জৰুৰী কামত এতিয়াই ওলাই যাম তাৰ আগেয়ে এই দুৱাৰ বন্ধ কৰি থৈ যাম।"

গহীন ভাবেৰে অনিলে কলে "আপুনি ওলাই যাব পাৰে, আপোনাৰ লগত মোৰ কোনো কথা নাই। যোৱাৰ আগতে ঘৰৰ কোনোবা এগৰাকীক খবৰ দি যাওক। তেওঁ আহি মোৰ লগত কথা পাতক।"

"আপুনি কোন? কোন অহা বুলি কব লাগিব?"

"মোৰ নাম অনিল। কব যে অনিল ৰায় চৌধুৰী নামৰ মানুহ এজনে মাতিছে। পিছে আপোনাৰ নামটো নকলে দেখোন? আপুনি মিচেচ্ পালৰ ভায়েক বুলি বুজিছো। কেতিয়াবা দেখা সাক্ষাৎ হলে কথা পাতিব পাৰিম।"

সিজনে উত্তৰ দিলে "মোৰ নাম সুবল দাস। শুনিছে ৰায় চৌধুৰী, এতিয়া আপুনি যাওক, অইন সময়ত আহিলেহে সুবিধা হব। কিয়নো বাইদেও অস্থিৰ হৈ আছে আৰু কিন্নৰী মানে সৰু জীয়েক বোধকৰো শুই উঠাই নাই।"

"তেওঁলোক দুজনৰ বাদে ঘৰত আৰু কোন কোন আছে বাৰু ?"

"আৰু কোন থাকিব ? কোনো নাই। চাকৰ এটা আছে অৱশ্যে কিন্তু সি তাৰ কামত ব্যস্ত গতিকে……"

অনিলে গম্ভীৰ ভাবেৰে সুধিলে "তেনেহলে আপুনি মই অহাৰ সময়ত এই কোঠালীত বহি কাৰ লগত কথা পাতি আছিল? আপোনাৰ বাইদেওৰ লগত নিশ্চয় নহয়, কি কয় ?"

সুবলে এবাৰ অনিলৰ মুখলৈ চালে। তাৰ পিছত দুৱাৰৰ পৰ্দাখনলৈ চালে। তাৰ পিছত হঠাতে অনিলৰ ওচৰলৈ চকী এখন আনি বহি জেপৰ পৰা চিগাৰেটৰ পেকেট আৰু দিয়াচলাই উলিয়াই সমুখৰ সৰু টেবিলখনত থৈ কলে "চিগাৰেট এটা লওক।"

অনিলে কলে "মোৰ নিজৰ চিগাৰেটহে……"

বাধা দি সুবলে আকৌ অনুৰোধ কৰিলত অনিলে চিগাৰেট এটা উলিয়াই লৈ জেপত সুমাই নিজৰ জেপৰ চিগাৰেট এটা জ্বলাই লৈ দুহোপামান মাৰিলে। অনিলৰ চকুৱে সুবলৰ মুখলৈ চাই আছিল। সুবলে তলমূৰ কৰিয়ে আছিল। অনিলে আকৌ তাগিদ দিলে "মোৰ প্ৰশ্নৰ উত্তৰ দিয়ক।"

সুবলে মূৰ দাঙি অনিলৰ মুখলৈ চাই কলে "কিহৰ প্ৰশ্ন তাৰমানে আপুনি ইয়াত কেতিয়াৰ পৰা চুপি আছিল? লোকৰ চকুৰ গোন্ধ সুঙি ফুৰিবলৈ কি দৰকাৰ ? ওলাই যাওক….. "

শান্ত মাতেৰে অনিলে কলে "ৰ'বচোন দাস, মূৰ গৰম কৰিছে কিয়? এই ঘৰৰ পৰা মোক উলিয়াই দিবলৈ আপোনাৰ জানো কিবা স্বত্ব আছে? ঘৰৰ গৰাকীৰ লগত দেখা কৰাৰ আৱশ্যক মোক আছে। আপুনি আঁতৰ হলে মই তেওঁলোকৰ লগত দেখা কৰি যাব পাৰো।"

খঙেৰে সুবলে কলে "মোৰ স্বত্ব নাই? শিৱাণী মোৰ বাইদেও নহয় নেকি?"

"হব পাৰে কিন্তু তেওঁৰ বিয়াৰ সময়ত আপোনাক যৌতুক হিচাবে দিয়া নাছিল নিশ্চয়। এনেয়ে যদি ইয়াত আছেহি তেনেহলে চপনীয়া কব পাৰি। চপনীয়াৰ কিন্তু কাৰো ঘৰত কোনো স্বত্ব নাথাকে।"

খঙতে টিঙিৰি তুলা হৈ সুবলে চিঞৰ মাৰিলে "কৰ অভদ্ৰ এইজন? লোকৰ ঘৰত অনধিকাৰ প্ৰবেশ কৰি অপমান কৰিবলৈ আহিছে। এতিয়াই মই ডিঙিত ধৰি বাহিৰ কৰি দিব পাৰো।"

চকীখনত আৰাম কৰি আউজি সোঁ ভৰিখন বাওঁ ভৰিৰ ওপৰত তুলি দীঘলকৈ চিগাৰেটত এহোপা মাৰি অনিলে কলে "তেনেহলে তাকেই কৰি চাওক।"

খঙতে সুবলে আৰু কিবা কব খুজিছিল সেই সময়তে শিৱাণীয়ে দুৱাৰৰ পৰ্দ্দা ঠেলি দেখা দিলত সুবলে তলমূৰ কৰিলে। শিৱাণীয়ে সুধিলে "চিঞৰিছ কেলেই সুবল? এখেত কোন?"

"কিবা নাম কৈছিল পাহৰি গলো।"

থিয় হৈ অনিলে নমস্কাৰ কৰি কলে "মোৰ নাম অনিল ৰায়চৌধুৰী। আপোনাক দেখা কৰিবলৈ আহিছো কিন্তু এওঁ আপোনাক তো খবৰ নিদিলেই তদুপৰি মোক ডিঙিত ধৰি বাহিৰ কৰি দিব খুজিছে তাকেহে বাটচাই আছো।"

শিৱানীয়ে খঙেৰে কলে "হয়নে সুবল? তই ইমান ইতৰ হৈছ? ভিতৰলৈ যা···যা বেগেতে।"

বুলি কোৱাত কোনো কথা নকৈ সুবলে চিগাৰেটৰ পেকেটটো জেপত সুমাই লৈ দুয়োখন জেপ বিচাৰি চাই কৈ উঠিল "চিগাৰেট খাবলৈ দিয়া দেখি মোৰ দিয়াছলাইটোকো জেপত ভৰালে চোৱা···"

অনিলে লৰালৰিকৈ জেপৰ পৰা দিয়াছলাই এটা উলিয়াই সুবলৰ

হাতত দি কলে "দিয়াছলাই চোৰৰ কোনো আইন নাই। বহুতে সেই কাম ভুলতে কৰে আৰু কিছুমানে ইচ্ছা কৰিও কৰে হবলা। যি নহওক, ধৰা পৰিলো যেতিয়া তাৰ দণ্ড হিচাবে এইটো নতুন দিয়াছলাই দিলো, লওক।"

দিয়াছলাইটো হাতত লৈ সুবল তাৰ পৰা বেগেৰে ওলাই গলত শিৱানীয়ে বিনয় বচনেৰে কলে "তাৰ ব্যৱহাৰ দেখি মই লাজ পাইছো ডাঙৰীয়া, আৰু তাৰ বাবে আপোনাৰ ওচৰত ক্ষমা খুজিছো। লামডিঙত তাৰ ব্যৱসায়। তাতে পশ্চিমীয়া মজুৰবোৰৰ লগত দিনে নিশাই কাববাৰ চলাই তাৰ ব্যৱহাৰো সিহঁতৰ নিচিনা অভদ্ৰ হৈ পৰিছে। অৱশ্যে সৰুৰে পৰাই সি উদ্ধত স্বভাৱৰ আছিল যদিও ইমান ইতৰ মনোবৃত্তি তাৰ নাছিল। আপুনি যেন বেজাৰ নাপায়।"

অনিলে কলে "মই আপোনাক দেখা কৰিবলৈহে আপোনাৰ ঘৰলৈ আহিছো। কিবা কাৰণে তেওঁ ভলা পোৱা নাই আৰু সেইবাবে মাজতে বিধি পথালি দিছে। তেওঁৰ ব্যৱহাৰত বেয়া পাই ওলাই গলে মোৰ উদ্দেশ্য সিদ্ধি নহলহেঁতেন। মই বেজাৰ পোৱা নাই। আপোনাৰ শোকৰ দিনত মই আহি আমনি কৰা বাবে যেন বেয়া নাপায় মিচেচ্ পাল। মোৰ কেই আষাৰমান কথা সুধিবলগীয়া আছে। আপুনি ইয়াতে অলপ সময় বহি কথা পাতিবলৈ কিবা অসুবিধা পাব নেকি?"

"কোনো অসুবিধা নহয়, পিছে মইতো আসনত বহিব নোৱাৰো, মজিয়াতে বহি কথা পাতিম। আপুনি বহক ৰায়চৌধুৰী।" বুলি মজিয়াতে বহি পৰিল।

অনিলে তেতিয়াহে শিৱাণীৰ প্ৰতি ভালকৈ লক্ষ্য কৰি দেখিলে যে তেওঁৰ চুলিবোৰে আউলি বাউলি হৈ গালমুখ ঢাকি পৰিছে। ধুনীয়া চকুযোৰ কান্দোতে কান্দোতে ৰঙা পৰিছে। চেহেৰাখন এই দুদিনতে

শেতা পৰি গৈছে। তথাপি তেওঁৰ ৰূপৰ জেউতি সমূলি ম্লান হোৱা নাই। গাত কোনো আভৰণ নাই। পিন্ধনত থান কাপোৰ এখনকে শাৰীৰূপে ব্যৱহাৰ কৰি তাৰেই আঁচলখন মূৰত লৈছে। অনিলৰ মনত পুতৌ উপজিল। কি কথাৰে শান্তনা দিব ভাবি নাপালে। এই শোকৰ সময়ত আকৌ কিছুমান অপ্ৰিয় প্ৰশ্ন কৰি শোকৰ জুইকুৰা বেছিকৈ জ্বলিবলৈ দি কষ্ট দিবলৈ তেওঁৰ মনত বেয়াও লাগিল। তথাপি নিৰুপায়। ৰহস্য ভেদ কৰিবলৈ হলে ভালদৰে অনুসন্ধান কৰি সকলো কথা জানিবই লাগিব। এতেকে মনৰ দুৰ্ব্বলতা এৰি মাতটো যথাসম্ভৱ কোমল কৰি তেওঁ সুধিলে "মিচেচ্ পাল, কথা সুধি আপোনাৰ মনত কষ্ট দিয়া হব বুলি মই জানো। তথাপি আপোনাৰ স্বামীৰ দুৰ্ঘটনাৰ বিষয়ে অনুসন্ধান কৰিবলৈ মই নিযুক্ত হৈছো যেতিয়া আপোনাক আমনি দিবলগীয়াত পৰিলো।"

অনিলক কোনে নিযুক্ত কৰিছে তাক তেওঁৰ কথাৰ পৰা শিৱাণীয়ে ধাৰণা কৰিব নোৱাৰিলে। পুলিচৰ ফালৰ পৰাই অহা বুলি বিশ্বাস হ'ল। আঁচলেৰে চকু পানী মচি উত্তৰ দিলে "যি জুয়ে মোক দিনে নিশাই পুৰি মাৰিব ধৰিছে তাতকৈ নো আপুনি বেছি কি কষ্ট দিব? যি সুধিবলগীয়া আছে সোধক, মই সকলো উত্তৰ দিম।"

"নৱমল্লিকা আৰু বাদলৰ বিষয়ে আপোনাৰ অভিমত কি? তেওঁলোকক প্ৰকৃত আচামী বুলি আপুনি ভাবে নে নাভাবে?"

"শুনক" বুলি শিৱাণীয়ে নাকটো কেইবাৰ মান মোহাৰি কলে "কাৰ মনত কি আছে মই কেনেকৈ জানিম? মল্লিকাই নো নিজৰ বাবাকক বিহ খুৱাই মাৰিব পাৰেনে? মই নিজ চকুৰে দেখিলেও বিশ্বাস কৰিবলৈ টান পালোহেঁতেন। আকৌ বাদলেনো তেওঁৰে দয়াত ডাঙৰ দীঘল হৈ চুকত থাকি বুকুত কামুৰিব পাৰেনে?

এইবোৰ কথা ভাবি ভাবি মই বলিয়া হৈ যাম যেন পাইছো। ই তেনেই অসম্ভৱ কিন্তু তাই হাতে-লুটে ধৰা পৰিল যেতিয়া মই কোনো কালে মাতিবৰো উপায় নাই। মল্লিকা আৰু কিন্নৰীতকৈ মই বেছি বয়সীয়া নহয় যদিও সিইতক মই নিজৰ ছোৱালীৰ দৰে ভাল পাওঁ, মৰম কৰো। এদিনলৈ বেয়া ব্যৱহাৰ কৰা বুলি এজনীয়েও কব নোৱাৰে। ইচ্ছা কৰিলে আপুনি সিইঁতক সুধি চাব পাৰে। মোৰ নিজৰ সন্তান নাই, সিইঁতেই মোৰ সন্তানো, লগৰীও। মোৰ অবিহনে সকলো সম্পত্তি সিইঁতে নাপাব জানো? তাৰ পিছত বাদলৰ কথানো কি কম? তাক তেখেতে নিজৰ লৰাতকৈও বেছি মৰম কৰিছিল। অনাথ অৱস্থাত বুটলি আনি তুলি তালি ডাঙৰ দীঘল কৰি লেখা-পঢ়া শিকাই মানুহ কৰিছে। তদুপৰি তাক অবাবতে মাহে মাহে এশ টকাকৈ দি আছিল। তথাপি সি এনেকুৱা নিমখহাৰামী কৰিব পাৰে বুলি কোনোবাই সপোনতো ভাবিব পাৰে নে ডাঙৰীয়া?"

অনিলে বেবত আঁৰি থোৱা পাস্তা পালৰ ফাটোলৈ চাই আছিল। ইচ্ছা কৰিয়ে মুখেৰে একো নামাতিলে। শিৱাণীয়ে এবাৰ অনিলৰ মুখলৈ চাই অনিলে চাইথকা ফটোখনলৈ দৃষ্টি কৰি চকু ঘূৰাই তলমূৰ কৰি আঁচলেৰে চকু দুটা মচি নাকটো মোহাৰিলে। কেৰ চকুৰে অনিলে শিৱাণীৰ মুখলৈ চাই আছিল। কোনো প্ৰশ্ন নকৰি একেদৰে বহি থকা দেখি শিৱাণীয়ে আকৌ কলে "মোৰ স্বামীয়ে নিজেই নিজৰ মৰণ মাতি আনিলে। অৰ্থাৎ উইল এনন কৰা বুলি আৰু তাত বাদলকো অংশ দিয়া বুলি মিছাকৈ বাহাদুৰি কৰা কথাটোৱেই তেওঁৰ যম হল। টকাৰ আশাত মানুহে কৰিব নোৱাৰা কাম একো নাই। তথাপি বাদলক মই সমূলি সন্দেহ কৰা নাছিলো। মল্লিকা-কিন্নৰীৰ সমানে তাকো মৰম

কৰো। পিছে তাৰ বাকচতে যেতিয়া আৰ্চেনিকৰ পুৰিয়া পালে সেইকথা শুনাৰ পৰাই মোৰ মগজুটো তেনেই……”

ইতিমধ্যে অনিলে মুখ ঘূৰাই শিৱাণীৰ মুখলৈ চাই আছিল। কথাৰ মাজতে মাত লগালে “আপোনাৰ মনৰ অৱস্থাটো মই ভালকৈ উপলব্ধি কৰিব পাৰিছো মিচেচ্ পাল। এৰা যি দেখা গল টকাৰ নিমিত্তে মানুহে কৰিব নোৱাৰা কাম নাই। কিন্তু এই ক্ষেত্ৰত হলে এটা কাম মোৰ মনত সাঁথৰ যেন লাগিছে। কিয়নো আচলতে নৱমল্লিকাইহে বিহ খুৱালে। তেওঁৰ তো টকাৰ আৱশ্যক নাছিল।”

“ভাল কথা কৈছে ৰায়চৌধুৰী। কওঁ শুনক, তেখেতৰ লৰা নথকা বাবে ইহঁত দুজনীৰ নামে আগৰ পৰাই বহুত টকা বেঙ্কত জমা কৰি ৰাখিছিল। কিন্তু যেতিয়া বুজিব পাৰিলে যে ইহঁতৰ টকাবোৰ দিল্লীত থকা মোমায়েকহঁতৰ কামতহে বেছি ভাগ খৰচ হব ধৰিছে তেতিয়া টকা দিয়াত কম কৰিছিল অৰ্থাৎ আজি দুবছৰৰ পৰা আগৰ দৰে খোলাহাতেৰে টকা নিদিছিল। সিপিনে মোমায়েকহঁতে ইহঁত দুজনীক তালৈ নি কি বুদ্ধি শিকাইছিল নাজানো। কেৱল ইয়াকে গম পাওঁ যে ইহঁত দুজনীয়ে বাপেকৰ ব্যৱসায়ৰ অংশীদাৰ হিচাবে তিনি ভাগৰ দুভাগ দাবী কৰিছিল। তেনেকুৱা কিবা এখন জাল কাকতো ইহঁতৰ মোমায়েকহঁতে কৰি থোৱা বুলি বুজিব পাৰি বাপেকে সমূলি সহ্য নকৰি টকা দিবলৈ বন্ধ কৰি দিলে। এই কাৰণেই বোধকৰো কিবা মনোমালিন্য হৈছিল মই ভিতৰৰ কথা নাজানো। কোনো দিন মোক কোৱাও নাছিল। আৰু সেইবোৰ কিবা কাৰণতে যদি উইল কৰা বুলি গুমুৰিয়াইছিল তাকো মই গম নাপাওঁ।”

অনিলে চিগাৰেট এটা জ্বলাই হুপি আছিল। শিৱাণীয়ে আৰু দুবাৰ নাক মোহাৰি কলে “মনোমালিন্য হোৱাৰ দ্বিতীয় কাৰণ এটাও অৱশ্যে আছে। বাদল মল্লিকাত কৈ বয়সত এবছৰে সৰু যদিও উভয়ৰ

মাজত প্ৰণয় আছে। বাপেকৰ ইচ্ছা কিন্নৰীক বাদললৈ বিয়া দি ঘৰতে ৰাখিব। কিন্নৰীৰ অমত নাছিল যদিও মল্লিকাৰ নিমিত্তে হৰলা বাদলক বিয়া কৰাবলৈ সন্মত নহল। সিপিনে মোমায়েকে মল্লিকাৰ বাবে দৰা ঠিক কৰা বা তাই নিজে বাছি লোৱা বুলি লিখিছিল। সেই কথাত বাপেক সন্মত নহল কিয়নো তেওঁ গম পাইছিল। যে তাই চক্ৰান্ত কৰি বাদলকে দিল্লীত বিয়া কৰাব।" ইমানলৈ কৈ শিৱনী নিমাত হল।

অনিলে সুধিলে "তেতিয়া পালে কি ব্যৱস্থা কৰিব বুলি আপোনাক কৈছিল ? নে উইল কৰি সকলো বন্দবস্ত কৰি থৈ যাব বুলি আপোনাক জনাইছিল ?"

নাকটো আকৌ এবাৰ মোহাঁৰি শিৱনীয়ে উত্তৰ দিলে "ব্যৱস্থা কৰিবলৈ কিটো আছে ? টকাবোৰ তেওঁৰহে। জীয়েকহঁতক দি মোমায়েকহঁতৰ বুকুত ঢালিবলৈ নো তেওঁৰ কি গৰজ পৰিছে ? তেওঁৰ মৃত্যুৰ পিছত মোৰ অবৰ্ত্তমানে জীয়েক দুজনীয়েই সকলো সম্পত্তিৰ গৰাকী নহব জানো ? আকৌ উইলৰ কথা যে সুধিলে সেই-কথা তেনেই অমূলক। কিয়নো তেওঁৰতো মৰিবৰ বয়স হোৱা নাছিল গতিকে উইল কৰাৰ কথাইবা মনলৈ আহিব কিয় ? তদুপৰি বেছি ওৱাৰিশ্‌ৰ লেঠাতো নাই কেৱল স্ত্ৰী-কন্যা। বাদলক দিবৰ মন থকাহলে যিমান ইচ্ছা নগদ টকা দিব পাৰিলেহেঁতেন। গতিকে উইলৰ গুজবটো তেনেই মিছা। কিন্তু সেয়েই তেওঁৰ কাল হল বুলি মই আগেয়েই কলো নহয়, হয়নে নহয় বাৰু ভাবি চাওক।"

"ভাবি চাইছো, কিন্তু কথাবোৰ মোৰ মনত সাঁথৰ হৈয়ে আছে। পালে আপোনাৰ আগত কি কৈছিল অনুগ্ৰহ কৰি যদি কয়..."

"মোৰ আগত ?" বুলি আচৰিত হৈ শিৱনীয়ে কলে "মোৰ আগত কবলগীয়া কিটো আছে। এইবোৰ কোনো সমস্যাও নহয় গতিকে

আলোচনা কৰাৰ আৱশ্যকো নাছিল। তদুপৰি দিনে-ৰাতিয়ে তেওঁ নিজৰ কামতে ব্যস্ত আছিল। এনেকি সময়ত ভাত খোবাৰো সময় নাপাইছিল।

অনিলে সুধিলে "জীয়েকহঁতক তেওঁ মাতি পঠিয়াইছিল নে তেওঁলোকে ইচ্ছা কৰি আহিছিল ?"

"মই কোনো কথা কব নোৱাৰো। কেৱল ইহঁত অহাৰ আগে আগে বাদলে ফাঁকি দি দিল্লীলৈ যোৱা বুলি শুনিছিলো।"

তাৰ পিছত অনিল ৰায়ে আৰু বহুত প্ৰশ্ন সুধিলে। শিৱাণীয়ে সৰল ভাবেৰে সকলো প্ৰশ্নৰ উত্তৰ দি থাকিল যদিও সেইবোৰৰ পৰা ৰহস্য সমাধানৰ পথ সুগম নহল। আনপিনে নৱমল্লিকা বা বাদলৰ সপক্ষে নাইবা বিপক্ষে একাষাৰ কথাও নকলে। বিদায় লোৱাৰ আগেয়ে অনিলে এবাৰ কিন্নৰীক লগ পাবলৈ ইচ্ছা জনালত শিৱনীৰ ভুৰু দুটা অলপ কোঁচ খালে। কিন্তু কোনো আপত্তি নকৰি নিজেই ভিতৰলৈ গৈ কিন্নৰীক লগত লৈ আকৌ সোমাই আহি মজিয়াতে বহি তলমূৰকৈ চকু মচিলে। অনিলে থিয় হৈ কিন্নৰীক কলে "তোমাক এবাৰ বাইদেৱেৰাই মাতিছে। উকীল গগন গগৈৰ ওচৰলৈ গলে তেৱেঁই লগত লৈ গৈ দেখা কৰাই দিব আৰু তোমালোকৰ মটৰখনো তেওঁৰ ঘৰৰ পৰা লৈ আহিব পাৰিবা।"

নিজৰ আপোনজনক লগ পোৱাৰ দৰেই কিন্নৰীয়ে অনিলৰ ওচৰলৈ দুখোজ আগবাঢ়িল। তাৰ পিছতে হঠাৎ আগ্ৰহেৰে সুধিলে "কোন সময়ত যাব লাগিব ? আপোনাৰ লগতে যাব কৈছে নেকি ?"

অনিলে কলে "এতিয়া গগৈৰ সময় নহব। মক্কেলৰ লগত ব্যস্ত। তাৰ পিছত কাছাৰীলৈ যাব। আবেলি তিনি চাৰি বজাৰ ভিতৰত তেওঁৰ ঘৰলৈ গলে তেওঁ সকলো বন্দবস্ত কৰিব।"

শিৱাণীয়ে কপালখন কোঁচাই সুধিলে "আপুনি পুলিচ নহয় নেকি? অথনি যে কৈছিল অনুসন্ধান কৰিবলৈ আপোনাক নিযুক্ত কৰা বুলি ?"

হাঁহি মাৰি অনিলে কলে "ঠিকেই কৈছো মিচেচ্ পাল। অনুসন্ধান কৰিবলৈ মোক নিযুক্ত কৰা কথা সঁচা। কিন্তু পুলিচে কৰা নাই, কৰিছে মল্লিকাৰ পক্ষে গগন গগৈয়ে। আগেয়ে মোৰ নাম কৈছো নহয় মই প্ৰাইভেট ডিটেক্টিভ।"

"অ'..." বুলি অলপ তলমূৰ কৰি সুধিলে "আপোনাৰ কাম কি ?"

"অনুসন্ধান কৰি গুংসূত্ৰ যি পোৱা যায় তাকে গগৈক জনোৱাটোৱে মোৰ কাম।"

"অ'...পিছে কি পালে ?"

অনিলে কলে "এতিয়ালৈকে জনাবলগীয়া কোনো কথা পোৱা নাই।"

চকুযোৰ মচি নাকটো মোহাৰি শিৱাণীয়ে কলে "ৰায় চৌধুৰী, আপোনাক পাই ভালেই হল। আপুনি যেনেতেনে মল্লিকাক খালাচ কৰাই দিয়ক। দান-দক্ষিণা যাক যিমান দিব লাগে মোৰ পৰা..."

বাধা দি অনিলে কলে "তেনেকথা নকব মিচেচ্ পাল। ঘোচ দিয়া কামত মই নাই। অনুসন্ধান কৰি যি পাওঁ তাকেহে মই উকীলক জনাম। খালাচ কৰিবলৈ মল্লিকাৰ সপক্ষে আপুনিতো কোনো প্ৰমাণ জনাব নোৱাৰিলে।"

শিৱানীয়ে কলে "আপুনি যিবোৰ প্ৰশ্ন সুধিছে তাৰ উত্তৰ মই ঠিকমতে দিছো। তাৰবাদে আৰু কি প্ৰমাণ আছে বা লাগে মইতো নাজানো। আৰু কিবা সুধিবলগীয়া আছে যদি সোধক, মই যি জানো সকলো কম।"

"ধন্যবাদ মিচেচ্ পাল, দৰকাৰ দেখিলে নিশ্চয় মই আপোনাৰ

ওচৰলৈ আহিম। সম্প্ৰতি মোৰ আন এটা কাম আছে, গতিকে পলম কৰিব নোৱাৰো।" বুলি কৈ অনিলে দুয়ো গৰাকীৰ ওচৰত বিদায় লৈ ওলাই গল।

—ছয়—

অনিল ৰায়চৌধুৰীয়ে সাধনক লগ ধৰি মটৰত তুলি লৈ গিৰিধাৰীৰ ঘৰ বিচাৰি গল। সাধনক মটৰতে বহুৱাই থৈ কেইটামান উপদেশ দিলে আৰু সেইমতে কাম কৰিলে পুৰস্কাৰ দিব বুলিও কথা দিলে। তাৰ পিছত গিৰিধাৰীৰ ঘৰলৈ গল। গিৰিধাৰীয়ে দীঘল ঘৰ এটাৰ এমূৰৰ কোঠালী এটাত অকলে থাকে। নিজে ৰন্ধাবঢ়া কৰি খায়। ঘৰটোৰ বাকী পাচোটা কোঠালীত বেলেগ বেলেগ মানুহ থাকে। সকলোৱে প্ৰবসুৱা হিচাবে থাকে। দিনত চাকৰি কৰিবলৈ যোৱাৰ সময়ত তলা লগাই থৈ যায়। অনিলে গিৰিধাৰীৰ দুৱাৰ মুখত থিয় হৈ দেখিলে যে তেওঁ চোলা পিন্ধিব ধৰিছে। অতি কোমল মাতেৰে অনিলে মাত লগালে "কলৈ যোৱাহে গিৰিধাৰী ?"

দুৱাৰৰ ফালে পাছ মুখ দি থকা বাবে অনিল তালৈ অহা গিৰিধাৰীয়ে গম পোৱা নাছিল। হঠাতে মাত শুনি উচপ্ খাই উঠি ঘূৰি থিয় হৈ মুখ মেলি থাকিল। কোনো উত্তৰকে দিব নোৱাৰিলে। অনিলে দ্বিতীয় প্ৰশ্ন নকৰি ভিতৰ সোমাই একমাত্ৰ চকীখনত বহি কলে "কলৈ যোৱা কবলৈ আপত্তি আছে যদি নালাগে বাৰু কব। হোঁৱা, চিগাৰেট খোৱা।" বুলি জেপৰ পৰা চিগাৰেট উলিয়াই নিজে এটা মুখত ললে আৰু সিজনকো এটা আগ বঢ়ালে।

গিৰিধাৰীয়ে একেঠাইতে একেদৰে থাকি খঙেৰে কলে "কোন আপুনি ? মই নমতাকৈ অচিনাকি মানুহ এজন কিয় মোৰ ঘৰত সোমাইছেহি ? কি লাগে ?"

শান্ত মাতেৰে অনিলে কলে "হেৰা, গিৰিধাৰী, বোলো খং কৰিছা কিয় ? দেখা সাক্ষাত নঘটে মানেহে অচিনাকি থাকে। দেখা হলেই তো চা-চিনাকি এনেকি লাহে লাহে বন্ধুত্বও হৈ যায়। তুই আৰাব কথা পাতিবলৈ তোমাৰ নো কি আপত্তি আছে? মই বেছি পলম নকৰো। হোঁৱা, চিগাৰেট লোৱা আৰু বিছনাখনতে বহি হুপা।"

গিৰিধাৰীয়ে ওচৰ চাপি আহি চিগাৰেটটো অনিলৰ হাতৰ পৰা লৈ ওচৰতে থকা বিছনাখনত বহি স্বাভাৱিক মাতেৰে কলে "কথা পাতি বহি থাকিবলৈ মোৰ সময় নাই। দহ বজাত মই পুলিচ থানা পাবই লাগিব। নহলে দাৰোগা বাবুই খং কৰিব।"

অনিলে কলে "অ বুজিছো। পান্তা পালৰ কেচৰ তুমি সাক্ষী হবলা। বেছ যাবাগৈ কিন্তু এতিয়া আঠহে বাজিল। চাৰে ন বজাত গলেও তো ঠিক সময়ত হাজিৰ হব পাৰিবা।"

"নহয়, বাটতে মই এজনক লগ ধৰিহে তালৈ যাম।"

"বেছ, পলম হোৱা যেন দেখিলে মোৰ মটৰেৰে তোমাক পোছাই দিম।" বুলি মুখৰ চিগাৰেটটো জ্বলাবলৈ চোলাৰ চাবিওখন জেপ বিচাৰি দিয়াচলাই নাপাই কলে "মোৰ জুইৰ বাহ ক'ৰবাত পেলাই আহিলো। তোমাৰটোকে দিয়াচোন।"

গিৰিধাৰীয়ে বাহিৰলৈ ভুমুকি মাৰি আলিত অনিলৰ মটৰখন দেখি মনৰ ভাবৰ সলনি হ'ল। নিজৰ জেপৰ পৰা দিয়াছলাই টো উলিয়াই দিলে। অনিলে চিগাৰেট জ্বলাই দিয়াছলাইটো জেপত সুমাই থৈ জেপৰ পৰা এক অনা উলিয়াই গিৰিধাৰীৰ হাতত দি কলে "মোৰ লগত জুইৰবাহ নহলেই নচলে। তুমি এটা কিনি লবা এয়া পইচা।"

"আধা শেৰ হোৱা জুইৰবাহ, পইচা নালাগে আপুনি লৈ যাওক।"

"তোমাৰ লোকচান কৰিলে মোৰ মনটো বেয়া লাগিব। পইচা ৰাখা আৰু সেইবোৰ সাধাৰণ কথা এৰা। অ' পিছে পুলিচে তোমাক ১নং সাক্ষী মানিছে হবলা, হয়নে ?"

গিৰিধাৰীয়ে কলে "নম্বৰ কব নোৱাৰো। সাক্ষী মানিছে সঁচা আৰু সেইবোৰকে কিবা সুধিবলৈ থানালৈ মাতিছে।"

অনিলে কলে "অৰ্থাৎ কেনেকৈ কলে সুবিধা হব তাকে শিকাই দিবলৈ মাতিছে নেকি ?"

"শিকাই দিয়া কথানো মই কিয় কম ? যি দেখিছিলো তাকেহে কব পাৰো, নেদেখা কথা কব পাৰি জানো ?"

"এৰা, নোৱাৰি হয়" বুলি অনিলে সুধিলে "পিছে তুমি জানো কিবা দেখিছিলা ?"

গিৰিধাৰীয়ে উত্তৰ দিলে "হয় দেখিছিলো। মল্লিকাই বটলৰ পৰা দৰব গিলাচত লৈ তাতে পানী মিহলাই পালৰ মুখত ঢালি দিছিল। আৰু পালে দৰবটো গিলি মুখখন বিকতাই দিছিল।"

অনিলে সুধিলে "তুমি তাতে থিয় হৈ চাই আছিলা নেকি ?"

"নহয়," গিৰিধাৰীয়ে কলে "সেই সময়তে আমি অফিচত সোমাইছিলো।"

তেনেহলে গিলাচত দৰব মিলোৱা কেনেকৈ দেখা পাইছিলা আৰু মল্লিকাই খুৱাই দিয়া বুলি কেনেকৈ জানিছিলা ?"

গিৰিধাৰীয়ে উত্তৰ দিলে "সেইদৰে মিলাই দিয়াই নিয়ম। আৰু মল্লিকাই খুৱাই নিদিলে গিলাচটো তেওঁৰ হাতত কিয় দেখিলো-হেতেন ?"

"ঠিক কথা। বাৰু কোৱাচোন পান্ত পালৰ টেবিলৰ ড্ৰয়াৰ আৰু অফিচৰ আলমাৰীৰ চাবি তোমাৰ হাততো থাকে নহয় নে ? আৰু যেতিয়াই ইচ্ছা তুমি খুলিবও পাৰা, কি কোৱা ?"

গিৰিধাৰীয়ে তপৰাই উত্তৰ দিলে "পাৰিলেও ড্ৰয়াৰত তো তেওঁ টকা-পইচা এৰি নাযায় আৰু আলমাৰীত কেৱল হিচাবৰ বহী আৰু কাকত-পত্ৰ আদিহে থাকে।"

অনিলে সুধিলে "তেওঁৰ দৰবৰ বটলটো ক'ত থাকে ?"

গিৰিধাৰীয়ে "ড্ৰয়াৰত" বুলি উচ্চাৰণ কৰি হঠাতে চকু দুটা ডাঙৰকৈ মেলি সুধিলে "এ···আপুনি কোন ?"

"মোৰ পৰিচয় দিম বাৰু। প্ৰথমে কোৱাচোন, সাধনক সেইদিনা দুপৰীয়া ক'ত দেখিছিলা ?"

"ক'ত দেখিছিলো ঠিক মনত নাই। ক'ৰবাত বহি আছিল হবলা।"

"বেছ, এতিয়া কোৱাচোন," চাৰ মাৰি সুধিলে "সেইদিনা দুপৰীয়া ভাত খাবলৈ বুলি ওলাই গৈ বাটৰ পৰা উলটি আহি আকৌ কিয় অফিচত সোমাইছিলা ?"

গিৰিধাৰী হঠাত থিয় হৈ খঙেৰে চকু থিয় কৰি কলে "সাধনে কৈছে নেকি ? চালা বদমাচে তো বান্দৰ নচুৱা চাই আছিল। অফিচত সোমোৱা ক'ত দেখিলে ? কিয় এইবোৰ খবৰ লৈছে, আপুনি কোন ?"

"মোৰ নাম অনিল ৰায় চৌধুৰী।"

গিৰিধাৰীয়ে চিঞৰ মাৰি উঠিল "কোন ৰায় চৌধুৰী ? সেই ডিটেক্টিভজন নেকি ? আঃ, আপুনি সাংঘাতিক মানুহ বুলি মোক কৈছে। মই আৰু কোনো কথা নকওঁ আপুনি ওলাই যাওক।"

"ৰাম বাৰু। পিছে বাদলৰ ঘৰত তুমি কেইবজাত সোমাইছিলা কোৱাচোন ?"

"মিছা কথা, মিছা কথা এইবোৰ। এই সাধন চালাক লগ পালে মই দুছোৱা কৰিম। আপুনি যাওক।"

থিয় হৈ অনিলে কলে "সোৱা সাধন মোৰ মটৰতে বহি আছে।

কেইছোৱা কৰা কৰাগৈ।” বুলি অনিল ওলাই গল। পাছেৰে গিৰিধাৰীও পাছে পাছে গৈ সাধনক দেখি গালি পাৰিবলৈ ধৰিলে। অনিলে শিকাই থোৱামতে সাধনে তলমূৰকৈ বহি থাকিল। গিৰিধাৰীক মটৰেৰে পৌছাই দি যাব বুলি অনিলে কলত সি সন্মত নহল। মটৰৰ ওচৰত থিয় হৈ কেৱল গালি পাৰি থাকিল। অনিলে মটৰ চলাই দিলে। অলপ দূৰ গৈ সাধনক পাচ টকা দি বাটতে নমাই দি কলে “এয়া তোমাৰ পুৰস্কাৰ। সি যদি তোমাক লগ ধৰি আকৌ গালি পাৰে তথাপি তুমি একোকে নামাতিবা। কিবা সুধিলেও উত্তৰ নিদিবা, বুজিছা ?”

“বুজিছো দেউতা।” বুলি কৈ কৃতজ্ঞ চিত্তেৰে নমস্কাৰ জনাই সাধনে বেগাই খোজ ললে।

অনিলে মটৰ ঘূৰাই অইন এটা ৰাস্তাৰে গৈ ‘নতুন হোটেল’ৰ সন্মুখত মটৰ ৰাখি নামি গল। প্ৰথম কোঠালীটো হোটেলৰ অফিচৰুম। তাতে অলস ভাবে বহি থকা মানুহ জনক কলে “মই তোমাসোৰ দালালক বিচাৰিছো। এজনে চিঠি এখন দিছে আৰু তেওঁ পঢ়ি কি উত্তৰ দিয়ে লৈ যাব কৈছে।”

মানুহ জনে থিয় হৈ হাতযোৰ কৰি কলে “বহক স্তাৰ। ময়েই দালাল। হোটেল আৰম্ভৰ পৰাই ইয়াত আছো আৰু কালিৰ পৰা মেনেজাৰৰ বাবটোও লৈছো। কি কৰিম, চাকৰি এটা আছিল কিন্তু হঠাতে বন্ধ হৈ গল। গতিকে বহি থাকিলে তো নচলে আমি দুখীয়া মানুহ স্তাৰ, বুজিবই পাৰিছে…”

মুখৰ কথা কাঢ়ি নি অনিলে কলে “কব লাগিছেনে ? আপোনাৰ সৌভাগ্য যে তৎক্ষণাত চাকৰি এটা পালে। পিছে এয়া লওকচোন, চিঠিখন পঢ়ি উত্তৰ দিলে মই লৈ যাব পাৰো। বেছি সময় পলম

কৰিব নোৱাৰো।" বুলি অনিলে বুকুৰ জেপৰ পৰা ভাঁজ কৰা কাকত এখন উলিয়াই আগ বঢ়ালে।

দালালে কাকতখন হাতত লৈ মেলি চাই পঢ়ি উঠি কলে "এইখন দেখোন কেবাচিনৰ পাৰ্মিটৰ দৰখাস্ত। এইখন তো চিঠি নহয়। কোনে দিছিল চিঠি? অনিল ৰায়চৌধুৰী কাৰ নাম?"

অনিলে বিব্ৰত ভাবেৰে কাকতখন ঘূৰাই আনি জেপত সুমাই থৈ আটাইবোৰ জেপ দুই তিনিবাৰকৈ বিচাৰিও চিঠিখন নাপাই মুখৰ ঘাম ৰুমালেৰে মচি কলে "এ-হ, বৰ দুখীত হলো। চিঠিখন বা ক'ত পেলাই আহিলো? নে চাপ্লাই অফিচলৈ এইখনৰ সলনি পঠালো? কি হব এতিয়া, দালাল? তেওঁ মোক উত্তৰ নিবলৈ...."

এনেতে কুমুদ হাজৰিকা বেগাই সোমাই আহিলত তোষামোদ দালালে প্ৰায় ভৰিব ওচৰলৈ মূৰটো নমাই নমস্কাৰ দিলে। তেওঁৰ পিনে লক্ষ্য নকৰি কুমুদে কলে "ৰায় চৌধুৰী ইয়াত কিয়? সাক্ষী ভঙাবলৈ আহিছে? এই অপৰাধত আপোনাক গ্ৰেপ্তাৰ কৰিব পাৰো।"

শান্ত মাতেৰে অনিলে কলে "পাৰে যদিতো কৰিবই। মই নো বাধা দিম কেনেকৈ?"

হাজৰিকাই কলে "নোৱাৰিম কিয়? অলপ আগেয়ে আপুনি গিৰিধাৰীক ভঙাব গৈছিল। তাক ভয় খুৱাই থৈ আহিছে। আপোনাৰ লাইচেঞ্চো কেনচেল হব। তোমাক এওঁ কি সুধিছিল হে দালাল?"

দালালে হাত দুখন মোহাৰি উত্তৰ দিলে "মোক মানে নহয় অৰ্থাৎ কোনোবাই হেনো এখন চিঠি দিছিল পিছে সেই চিঠিখন বুলি কেবাচিনৰ পাৰ্মিটৰ দৰখাস্ত এখন মোক দিছিল। মই পঢ়ি চাই ফিৰাই দিছো।"

"হয় নে ৰায় চৌধুৰী?" কুমুদে সুধিলে "এইবোৰ কি কূট-কৌশল?

চিঠিৰ কথাটো ভুৱা। এইটো কিবা ষড়যন্ত্র, চাওঁ কিহৰ পাৰ্মিটৰ দৰখাস্ত দেখুৱাবলৈ আহিছে, মোক দিয়ক ?"

অনিলে কলে "কেৰাচিনৰ পাৰ্মিটৰ দৰখাস্ত। তেওঁৰ চিঠিখন হয়তো ক'ৰবাত পেলালো, নহলে ঘৰতো থাকিব পাৰে। এসময়ত দি যামহি।"

"চাওঁ, কাকতখন দেখুৱাওক।"

"তেওঁ পঢ়ি চাইছেই আৰু আপোনাকো কৈছে। তদুপৰি ময়ো কৈছোঁ কেৰাচিনৰ পাৰ্মিটৰ বাবে লিখা দৰখাস্ত। তাক চাবলৈ কিটো আছে। তথাপি চাব খোজে যদি চাপ্লাই অফিচত চাই আহিবগৈ।"

খঙেৰে দাৰোগাই কলে "মই জোৰ কৰি চাব পাৰো জানে ?"

"তেনেহলে তাকেই কৰক।" অনিলে কলে।

হাজৰিকাই কলে "চক্ৰৱৰ্ত্তী আপোনাৰ বন্ধু আৰু চাহাবেও হয়তো অলপ সুনজৰেৰে চায়। সেইবাবে অহঙ্কাৰ নকৰিব। বেছিদিন নিটিকে জানিব।"

"ভাল, মই এতিয়া যাওঁ।" বুলি ঘূৰি এখোজ দিলে।

"ৰ'ব নাযাব।" দাৰোগাই কলে।

অনিলে ঘূৰি থিয় হল। হাজৰিকাই কলে "ভৱিষ্যতে ইয়ালৈ কেতিয়াও নাহিব। অন্ততঃ এই কেচ শেষ নহয় মানে।"

"মানা কৰি চমন জাৰি কৰিলে নিশ্চয় নাহো কিন্তু চিঠিখন দিবলৈ আহিম।"

"চিঠি ডাকত দিব পাৰিব।"

"নোৱাৰি। তিৰোতা মানুহৰ চিঠি।" অনিলে কলে।

"কোন তিৰোতা ? কি নাম ?" দাৰোগাই সুধিলে।

দালালে সুধিলে "কাৰ চিঠি ? কি নাম ? ক'ৰ পৰা ..."

অনিলে কলে "উত্ৰাৱল নহবা। চিঠি পালে দেখিবাই নহয়। মই দি যামহি।"

দাৰোগাই কলে "আহিলেও গেট পাৰ হব নিদিওঁ। মই পহৰা ৰাখি থৈ যাম। চিঠি তাৰ হাতত দিলেও সি প্ৰথমে মোক দেখুৱাইহে এওঁক দিব পাৰিব। শুনিছেনে নাই?"

"মোৰ কাণ ভালেই আছে।" বুলি কৈ অনিল বেগাই বাহিৰ ওলাই গল। দাৰোগাই চকীখনত বহি তোষামোদে দিয়া চিগাৰেট এটা হুপিবলৈ ধৰিলে।

—সাত—

আবেলি চাৰি বজাত গগন গগৈৰ চোতালত মটৰ ৰাখি অনিলে দেখিলে সে বৈঠকখানাত কোনো নাই আৰু উকীলখানাৰ দুৱাৰো বন্ধ। নামিব বুলি ভাবি মেলা মটৰৰ দুৱাৰখন আকৌ বন্ধ কৰি দি মটৰ ষ্টাৰ্ট কৰি ঘূৰাবলৈ দুবাৰ আগা পিছা কৰোতে আগে আগে ঘৈণীয়েক আৰু পাছে পাছে গগৈয়ে বেগাই ওলাই আহিল। মটৰ বন্ধ কৰি অনিলে কলে "আপুনি এতিয়াও ওলোটা নাই বুলি ভাবি মই আৰু এপাক মাৰি আহিবলৈহে..."

গগৈ গৃহিণীয়ে কলে "দুষ্ট লৰা, নামি আহা। তেখেত নহলে আমি এইবোৰ যেনিবা মানুহেই নহয়। আজিৰ পৰা তোমাৰ লগত আৰু কথাকে...."

অনিলে ইতিমধ্যে নামি ওচৰ পাইছিলহি। হাত যোৰ কৰি কলে "আধৰুৱা কাম অলপ আছে। মই তিনিবাৰ গৈও কুমুদৰ বাধাৰ বাবে শেষ কৰিব নোৱাৰিলো। আকৌ এবাৰ চেষ্টা কৰি চাবৰ ইচ্ছা কৰি...."

মিচেচ. গগৈয়ে অনিলৰ মুখলৈ চাই আছিল। তেওঁৰ কথাত কাণ নকৰি সুধিলে "ইস্, চেঁহেৰাটো কেনে আপচু হৈছে। আজি আৰু ভাত পানী খাবলৈও মনত পৰা নাই হবলা ?"

অনিলে হাতেৰে মুখৰ ঘাম মচি লাজতে তলমূৰ কৰি হঠাতে গগৈৰ মুখলৈ চাই সুধিলে "গগৈ দেও, কিন্নৰী আহি গল নেকি ?"

খং কৰি উকীলনীয়ে কলে "থোৱা তোমাৰ কিন্নৰী-চিন্নৰী। ভাত-পানী এৰি এইদৰে আধামৰা হবলৈ কিহে পাইছে ? ভাত কেইটা খাবলৈ কিমান সময় লাগে ?"

শুকান হাঁহি মাৰি মূৰটো খজুৱাই অনিলে উত্তৰ দিলে "খং নকৰিবা ন-বৌ। ভাতৰ কথা মনতেই পৰা নাছিল। তুমিহে মনত পেলাই দিলা। গধূলি মানে বাতি ছুয়োসাজৰ একেলগে খাম।"

"সেই কাৰণে মই সদায় কৈ আছো বিয়া কৰাবলৈ। অন্ততঃ সময় মতে ভাত মুঠি পেটত পৰিব।"

"আৰু" অনিলে কলে "এই কাৰণে মযো বিয়াৰ জঞ্জাল পাতি ফান্দত বান্ধ খোৱাৰ দৰে ইকাতি-সিকাতি কৰিব নোৱাৰা হবলৈ সাহ কৰা নাই। পিছে গগৈদেও..."

বাধা দি গগৈ গৃহিণীয়ে কলে "কোনো কথা নহব।. ব'লা ভিতৰলৈ ছুয়োজনে। তুমি বাথৰুমত হাতমুখ ধুই ডাইনিংহললৈ সোনকালে আহা।" বুলি কৈ আগ বাঢ়িল।

গগৈয়ে কলে "ব'লক ৰায় চৌধুৰী, মযো এইমাত্ৰ আহি হাত-মুখ ধুই জলপান খাম বুলি বহিছিলোহে। তেতিয়াই আপুনি আহিল আৰু আমি লৰি ওলাই নহা হলে নাপালোহেঁতেন। তেওঁ খং কৰাটো ঠিকেই হৈছে, ভাত-পানী এৰি ফুৰাটো নিশ্চয় অন্যায়। ছুয়োজন ভিতৰ সোমাই গল।

খাবলৈ বহি অনিলে কলে "খাই থাকোতে মোৰ কথাখিনিও কৈ

শেষ কৰো। পিছে ন-বৌ, তুমি বেছি কৈ নিদিবা দেই। কথাৰ নিচাতে হয়তো খাই পেলালে পিছত অন্যায় কৰিব।"

গগৈৰ ঘৈণীয়েকে কোনো উত্তৰ নিদি মিচিকিয়াই হাঁহিলে। অনিলে ৰাতিপুৱা পান্তাপালৰ ঘৰলৈ যোৱাৰ পৰা 'নতুন হোটেল'ত দাৰোগাৰ লগত হোৱা কথা কটাকটিলৈ বৰ্ণালত মিচেচ্ গগৈয়ে খিল্খিল্কৈ হাঁহিলে। অলপ সময়লৈ হাঁহিয়েই থাকিল। তাকে দেখি গগৈয়ে কলে "ব'বা, ইমান হাঁহিছা কিয়? তেওঁক কবলৈ দিয়া। কুমুদে চেলু বিচাৰি আছে, কিবা এটা চাৰ্জত পেলাব পাৰিলেই ৰায় চৌধুৰীক তাৰ পৰাই থানালৈ নিলেহেঁতেন কিন্তু চিঠি বুলি ভুলতে দৰখাস্ত এখন দালালক পঢ়িব দিয়াটো কোনো অপৰাধৰ কথা নহয় বাবে নোৱাৰিলে। অথচ তাৰ মনত ঘোৰ সন্দেহ হৈছে যে ৰায় চৌধুৰীয়ে সেই কাম নিশ্চয় অবাবত কৰা নাই। কিয় যে কৰিছে কুমুদে তাক অনুমানো কৰিব পৰা নাই।"

ঘৈণীয়েকে কলে "সেইবোৰ কি ধেমালি কৰি ফুৰিছাহে ৰায়-চৌধুৰী? সুবলৰ দিয়াছলাই চুৰ কৰি ধৰা পৰিলা, গিৰিধাৰীৰ পৰা এটা কিনি…"

উকীলে কলে "তুমিও বুজা নাই? ধেমালি সমূলি নহয়। এওঁ ফিংগাৰ প্ৰিণ্ট সংগ্ৰহ কৰি ফুৰিছে। তোমালোকৰ দিয়াছলাইত নলৈ কাকতত লৈছে, এয়ে কথা। নহলে কেৰাচিনৰ পাৰ্মিটৰ এওঁৰ কি দৰ্কাৰ। সেইখন সি পঢ়িব লাগিলে কেবা ঠাইতো তাৰ ফিংগাৰ প্ৰিণ্ট লাগি যাব।"

"অ' আই, চোৰা কি বুদ্ধি" বুলি মিচেচ্ গগৈয়ে অনিলৰ মুখলৈ চাই থাকিল। অনিলে কলে "তাৰ পিছত শুনক গগৈদেও, ফিংগাৰ প্ৰিণ্টবোৰ সংগ্ৰহ কৰি মই অৱসৰ প্ৰাপ্ত নলিন দাৰোগাৰ ওচৰলৈ গৈছিলো। জানেই নহয় তেওঁ এই বিষয়ত অভিজ্ঞ আৰু ইতিপূৰ্বে

আমাক কেবাটাও কেচত বৰ সহায় কৰিছে। সিদিনা ৰাতি পান্থাৰ অফিচৰ পাছফালে বুটলি নিয়াটোত প্ৰিণ্ট আছে আৰু তাৰ ফটোও লৈছে। সুবলৰ পৰা লোৱাটোত প্ৰিণ্ট সমূলি নাই বুলি কলে। তাৰ পিছত গিৰিধাৰীৰ দিয়াছলাই আৰু দালালৰ কাকতখন উলিয়াই লবহে পাইছে এনেতে নঙলাত কুমুদৰ মটৰ ৰখোৱা দেখি সেইবোৰ লুকাই থবলৈ টিপ দি চিগাৰেট হুপি বহি আছো। দাৰোগা সোমাই আহি মোকেই উদ্দেশ্য কৰি কলে—'এহ আজি য'লৈকে যাওঁ তাতেই ৰায় চৌধুৰীকহে লগ পাওঁ দেখিছো।' তেওঁৰ কথা শুনিও মই নিৰ্ব্বিকাৰ হৈ বহি চিগাৰেট হুপি থকা দেখি চকীখনত বহি নলিন দাৰোগাক কলে "মোৰ আপোনাৰ লগত জৰুৰী আৰু গোপন কথা আছে। ক'ত বহি কথা পতা যায়? আপুনি অলপ সময়লৈ অনুগ্ৰহ কৰি থানালৈ যাব পাৰিবনে?' কুমুদৰ উদ্দেশ্য বুজি মই নলিন দাৰোগাক পিছত লগ ধৰিম বুলি কৈ ওলাই আহিলো।"

মিচেচ্ গগৈয়ে কলে "কুমুদে তোমাৰ পাছে পাছে হয়তো ঘূৰি ফুৰিছে, অথবা তোমাৰ মটৰ দেখিও সোমাব পাৰে।"

"ঠিক ধৰিছা ন-বৌ। মইনো ক'ত কি কৰি ফুৰো আৰু কি প্ৰমাণ আদি সংগ্ৰহ কৰিছো সেইবোৰৰ সন্তেদ লৈ মোৰ কামত বাধা জন্মোৱাটোৱেই তাৰ উদ্দেশ্য। পিছে সেই কামত সমূলি কৃতকাৰ্য্য হব পৰা নাই।"

"কিন্তু নলিন দাৰোগাই যদি তেওঁৰ তালৈ যোৱাৰ কাৰণ জনাই দিয়ে তেতিয়া হ'লে…"

ঘৈণীয়েকক বাধা দি উকীলে মাত লগালে "তেওঁ সেইকাম কেতিয়াও নকৰে। নলিন আমাৰ হাতৰ মানুহ। আগেয়ে আমাৰ পৰা বহুত পাইছে, ভৱিষ্যতলৈও বহুত আশা কৰে। কুমুদৰ মুখৰ খাটিৰত আমাৰ গোপন কথা ভাঙিব কিয়?"

"ঠিক কথা।" অনিলে কলে "তাৰ পিছত মই ৰেলৱে আৰু পি, ডব্লিউ, ডি অফিচ আদিত পান্তা পালক কৰা পেমেণ্ট আদিৰ খা-খবৰ লবলৈ গৈছিলো আৰু নিৰ্ব্বিঘ্নে সেইবোৰ কাম সমাধা কৰি আহিছো। তালৈ যোৱা বুলি দাৰোগাই গম নাপালে। কিন্তু ট্ৰেজাৰী অফিচলৈ যোৱা দেখি তেৰোঁ অজুহাত এটা উলিয়াই হাজিৰ হলত মই তাৰপৰা গুলাই গলো। ইতিমধ্যে নলিন দাৰোগাৰ তালৈ এবাৰ গৈ তেওঁক লগ নাপালো। তাৰ পিছৰ বাৰ যাবলৈ ধৰাত কুমুদে অলপ দূৰে দূৰে অনুসৰণ কৰা দেখি মটৰ ঘূৰাইলৈ আহিলো। সেয়েহে আকৌ এবাৰ পাক এটা মাৰি নলিনক লগ ধৰি আহো বুলি যাব খুজিছিলো।"

গগৈয়ে কলে "আজি আৰু নোৱাৰিব যেন পাওঁ। ধীৰে সুস্থে পিছত লগ ধৰিলেও হব বাৰু। কিন্তু কিন্নৰী এতিয়ালৈ নাহিল কিয়? কোনো বাধা বিঘিনি পোৱা নাই তো?"

অনিলে উত্তৰ দিলে "বাধা পোৱাটোহে স্বাভাৱিক যেন লাগে। মাহীমাকে কিন্নৰীক হাতত ৰাখিবলৈ চেষ্টা কৰিছে। তদুপৰি সুবলে হয়তো বিয়া কৰাবলৈ চেষ্টা কৰিছে। ৰাতিপুৱা বৈঠকখানাৰ পৰা ভিতৰলৈ যোৱাজনী নিশ্চয় কিন্নৰী আছিল আৰু মই ৰসভঙ্গ কৰা বাবেহে নিশ্চয় সুবলৰ খং উঠিছিল। এতিয়া তাই যদি আহে তেনেহলে মল্লিকাৰ ওচৰলৈ লৈ যাওক। গধূলি আমি কথা-বাৰ্ত্তা হম।"

সেই সময়তে তেওঁলোকৰ ঘৰৰ বাহিৰত শব্দ শুনিলে। তেতিয়া খোৱা শেষ হৈছিল। উভয়ে ওলাই গৈ দেখিলে অইন ভদ্ৰলোক এজনে সৈতে কিন্নৰী আহি বৈঠকখানাৰ সমুখত থিয়ে হৈছে। উভয়ে গগৈ আৰু অনিলক নমস্কাৰ কৰি উঠি কিন্নৰীয়ে আপোন মানুহৰ নিচিনা অনিলৰ কাষ চাপি একে উশাহতে কলে "এখেত মোৰ মামা সুধীৰ দত্ত। দিল্লীত পুলিচ ডিপাৰ্টমেণ্টত কাম কৰে। মোৰ টেলিগ্ৰাম পাই আজি

আহি পাইছে। আমাৰ ঘৰতে উঠিছে যদিও এতিয়া কৈছে বোলে তাত নাথাকি হোটেলত হে থাকিব। এখেত অহাৰ কাৰণে মই ইয়ালৈ অহাত অলপ পলমেই হল হবলা।”

অনিলে কলে “পলম হল যদিও সময় উকলি যোৱা নাই কিন্তু বাইদেৱেৰাৰ লগত কথা পাতিবলৈ বেছি সময় নাপাবা। পাচ বাজিলেই বিদায় দিব। যি নহওক গগৈদেওৰ লগত তুমি গৈ দেখা কৰা। এখেতৰ বাবে বেলেগে অনুমতি লব পাৰিব কালিলৈ বা দুই এদিন পিছত।” বুলি কৈ অনিলে সুধীৰ দত্তলৈ চাই কলে “কি দত্ত, আপুনি আহিলে যেতিয়া মোৰ মনেৰে পালৰ ঘৰত মানে সম্প্ৰতি আপোনাৰ ভাগিনীহঁতৰ ঘৰতেই থাকিব লাগিব। তাৰ দ্বাৰা কিন্নৰীৰ পক্ষে বহুত সুবিধা হব তদুপৰি মই ভাবো যে অনুসন্ধানত মই বহুত সুযোগ পাম।”

সুধীৰে কলে “কিন্তু মিঃ ৰায়চৌধুৰী, শিৱানীয়ে মোক মুখৰ খাটিৰ দেখুৱায় যদিও পেটে পেটে নিশ্চয় দেখিব নোৱাৰে। তাৰ উপৰিও তাইৰ আধা পগলা ভায়েকটোৰ ব্যৱহাৰ দেখি মোৰ এক মুহূৰ্ত্তও তাত থাকিবলৈ মন যোৱা নাই।”

গগন গগৈয়ে কলে “পালৰ মৃত্যুত সম্পত্তিৰ গৰাকী জীয়েকহঁত নহয় জানো? তাত শিৱানীৰ ভায়েকৰ কোনো স্বত্বয়েই নাই। কিন্নৰীয়ে ইচ্ছা কৰিলে তাক এতিয়াই উলিয়াই দিব পাৰে। গতিকে প্ৰথমতে সেই স্বত্ব সাব্যস্ত কৰিবৰ নিমিত্তেই আপুনি তাতে থাকিব লাগিব আৰু দ্বিতীয়তে আপোনালোকে অনুসন্ধানত সা-সহায় নকৰিলে ৰায়চৌধুৰীয়ে বাহিৰৰ পৰা বহুতো খা-খবৰ লবলৈ সুবিধা নাপাব। এওঁ এতিয়ালৈকে যিমান সংগ্ৰহ কৰিছে তাৰপৰা মল্লিকাক খালাচ কৰিব পৰাৰ সমূলি আশা নাই বৰং আটাইবোৰ প্ৰমাণ তাইৰ বিপক্ষেহে পাইছে জানিব। এতিয়া আৰু পলম কৰিব

নোৱাৰো, প্ৰথমে দেখা কৰি আহোঁগৈ।" বুলি কিন্নৰীক লগত লৈ গৈ নিজৰ মটৰেৰে ওলাই গল।

অনিলে কলে "সুধীৰ বাবু, পাচ বজাৰ পিছত হে এওঁলোক উভতিব। গতিকে ইতিমধ্যে আমি এপাক মাৰি আহোঁগৈ বলক।" বুলি কৈ সুধিৰক মটৰত তুলি লৈ ওলাই গল। খেল পথাৰলৈ মটৰ নি অলপ দূৰতে ৰাখি কলে "শুনক মিঃ দত্ত, ইয়াত আমাৰ ওচৰলৈ কোনো আহিব নোৱাৰে গতিকে আমাৰ আলোচনাও কেৱে নুশুনে। আপুনি মোক কি কি বিষয়ত সহায় কৰিব পাৰে তাকেহে কম।"

সুধীৰে কলে "ব'ব, তাৰ আগেয়ে কওকচোন, পালে কিবা উইল কৰিছিল নেকি? সেই বিষয়ত হে মোৰ ডাঙৰ কৌতূহল হৈ আছে।"

অনিলে কলে "সেই কথাকে ময়ো কওঁ বুলিছো, শুনক, পালে উইল কৰা বিষয়ে কেবাজনেও ভিন ভিন কথা কয়। তাৰ পৰা কোনো সিদ্ধান্তত উপনিত হব নোৱাৰিলো। উইল যদি কৰিছিল সেয়েই তেওঁৰ মৃত্যুৰ কাৰণ হব পাৰে। কিয়নো যি জনক হয়তো আকৰ্ষণীয় সংখ্যা এটা দিছিল সেইজনেই হয়তো এইকাম কৰিছে আৰু সেই ক্ষেত্ৰত বাদল নিশ্চয় দোষী বুলি আপুনিও কব। তাৰ বাকচ খানাতালাচ কৰি পুলিচে আৰ্চেনিকৰ পুৰিয়া পাইছে। তদুপৰি পাণ্ডুত থকা বেলৰে অফিচাৰজনে উইলৰ কথাটো পূৰ্ব্বেই বাদলৰ মুখত শুনিছিল বুলি কয়। কিন্তু বাদলৰ দুৰ্ভাগ্য যে উইলখন সি হাত কৰাৰ আগেয়ে কোনোবাই সৰকাই নিলে অথবা যদি নিব পৰা নাই হয়তো পান্থা পালে এনে ঠাইত নিৰাপদে ৰাখিছিল যে তাক কোনেও বিচাৰি পোৱা নাই।"

"খুব সম্ভৱ......"

"ৰ'ব, সুধীৰ বাবু।" অনিলে কলে "আন হাতে চাওক, উইলত পান্তা পালে যাক হয়তো বঞ্চিৎ কৰিছিল বা সামান্য কিবা দিছিল সেইজনে এইবোৰ ষড়যন্ত্র কৰি পান্তাক হত্যা কৰি উইল চুৰ কৰিব পাৰে।"

সুধিৰে কলে "আপোনাৰ দুয়োটা কথাতে যুক্তি আছে মিঃ ৰায়চৌধুৰী।"

অনিলে কলে "সেয়া হল উইলৰ ফালৰ কথা। তাৰ বাদেও অইন কাৰণ থাকিব পাৰে। ধৰক উইল সমূলি কৰ্বাই নাছিল। কেৱল বাদলেহে উইল কৰা বুলি চিঞৰি পগলা হৈ নিজৰ বিপদ মাতি আনিছে। বাকীবোৰে তেনে নকয়। গতিকে উইল কৰা নাছিল যদি তেওঁৰ হত্যাৰ অইন কিঁবা কাৰণ হব পাৰে।"

"কি কাৰণ?"

"তাকেহে আমি বিচাৰি উলিয়াব লাগিব। বুজিছে মিঃ দত্ত? আপুনি পান্তা পালৰ আটাইবোৰ ঘৰ আৰু অফিচ তন্ন তন্নকৈ বিচাৰি উইলৰ সন্ধান লব লাগিব। এনেকি তেওঁৰ ঘৈণীয়েকৰ মানে শিৱানীৰ বাকচ পৰ্য্যন্ত গোপনে……"

বাধা দি সুধীৰে কলে "সাংঘাতিক দোষৰ কথা।"

অনিলে কলে "দোষৰ কথা হয় যদিহে আপুনি কিবা বস্তু চুৰ কৰে, কিন্তু কেৱল অনুসন্ধান কৰি আকৌ আগৰ দৰে থৈ আহিলে তাত কোনো দোষ নহয়। বিশেষকৈ গোপন কথা আপুনি আৰু মোৰ বাহিৰে আন কেৱে গম নাপায়। এতিয়া কি উপায়েৰে সেই কাম কৰিব পাৰে ভাবি চাওক।"

সুধীৰে কলে "উপায় মই ভালকৈ উলিয়াব পাৰিম। সেই বিষয়ে আপুনি নিশ্চিন্ত থাকক। কেৱল পালৰ অফিচ ঘৰটো খানতালাচ কৰাৰ সুবিধা নহব যেন পাওঁ। কিয়নো তাত পুলিচ

পহৰা এতিয়াও আছে তেওঁপনি উদ্যোগপতিৰ দুৱাৰৰ ওপৰত নীড়
মোহৰ মাৰি থোৱা দেখিছো।”

অনিলে কলে “নীড় মোহৰ ভঙাৰ ব্যৱস্থাও কৰক। কালিলৈ
গৈগয়ে হিচাব পত্ৰৰ বহী চাবলৈ ইচ্ছা কৰি কিন্নৰীৰ হৈ-হৈবাই
কোর্টত দৰখাস্ত দিয়ক। তেতিয়া প্ৰতিপক্ষৰ হৈ হয়তো শিবাজীয়েও
উকীল ধৰি হিচাব চাব আৰু সেই সুযোগতে…”

“বুজিছো মিঃ ৰায়চৌধুৰী, আপুনি নকলেও হব। ময়ো
ইন্টেলিজেন্ট ব্ৰাঞ্চতে কাম কৰো। কেবল ইয়াত পুলিচৰ বিপক্ষে
কিবা কৰা বুলি কোনোবাই লগাই দিলেহে মস্কিল হব।”

“সেইখিনি কৰিবলৈ সুবিধা দিব কিয়? মই বাহিৰৰ পৰা
গৈ তাত উপস্থিত হলে সকলোৰে শেন চকুৰ নজৰ মোৰ ওপৰত
থাকে কিন্তু আপুনি চব্বিশ ঘণ্টাই তাত থাকিব যেতিয়া কোনেও
আপোনাক সন্দেহ কৰি নজৰ ৰাখিবৰ কথা নহয়।”

সুধীৰে চিগাৰেট উলিয়াই অনিলক এটা দি নিজেও এটা জ্বলাই
সুধিলে “তাৰ পিছত আৰু কি কৰিব লাগিব?”

অনিলে এহোপা মাৰি কলে “সম্প্ৰতি ইমানেই। অ' আৰু এটা
কাম আছে শুনক, আপুনি কিন্নৰীক সদায় সুৰলৰ পৰা আঁতৰত ৰাখিব
সি যেন কোনো কথাকে পাতিবলৈ সুযোগ নাপায়।”

“তেতিয়া সি আৰু অভদ্ৰ হব।”

“হয়তো পাগলাও হব পাৰে কিন্তু আপুনি হিচাব মতে প্ৰত্যুত্তৰ
দিব পাৰিব লাগিব। কিন্নৰী আৰু আপোনাৰ খোৱা-বোৱা আদিৰ
বেলেগ ব্যৱস্থা কৰক। ৰান্ধনি আৰু চাকৰৰ বাবে এজন মানুহ
ৰাখিলেই হব। বাহিৰৰ কাম মই অকলে কৰিম। মাজে মাজে
আপোনাক লগ ধৰি সকলো খা-খবৰ লম। কিন্তু মোক বিচাৰি
আপুনি সময় নষ্ট নকৰিব। মই ধৰা নিদিলে লগ নাপায়।”

দুয়োজনে হাঁহি উঠিল। তাব পিছত অনিলে কলে সৌ যে আলিত থিয় হৈ চাইকূলত ধবি খেল চাব ধবিছে তেৱেঁই কুমুদ দাৰোগা। তেওঁ আচলতে মোৰ গতিবিধিহে লক্ষ্য কৰিবলৈ খেল। চোৰাৰ ভাও জুৰিছে। এতিয়া পাচ বাজি গল। ব'লক গগৈৰ ঘৰলৈ যাওঁ।" বুলি মটৰ চলাই দিলে।

—আঠ—

তেওঁলোকে গগন গগৈৰ ঘৰ পাই দেখিলে যে কিন্নৰীয়ে সৈতে তেওঁ এইমাত্র সোমাইছেহি। আটাইকেজনে উকীলখানাত বহি কথা পাতিবলৈ ধৰিলে। গম্ভীৰ হৈ গগন গগৈয়ে কলে "উস্, ভাল ধৈর্য্য নৱমল্লিকা জনীৰ। বেছি কথাতো নকয়েই দৰকাৰী কথাও কব নোখোজে। কেৱল কয় যে 'আপোনাক উকীল ধৰিছো, যি কৰিব লগীয়া আছে আপুনি কৰিব। পাৰিলে খালাচ কৰক নহলে ফাঁচী হওক তাৰবাদে কবলগীয়া একো নাই। আৰু টকা যিমান লাগে দিম।' তাইৰ কথাবাৰ্ত্তা দেখি বুজিলো যে হয়তো তাই একোকে নাজানে অথবা কিবা জানে যদিও তাক গোপন কৰিছে।"

মোমায়েকে কলে "তাই আগৰ পৰাই গম্ভীৰ স্বভাৱৰ বৰ কোমল আৰু সৰল মনৰ। বৰ ভাল ছোৱালী।"

অনিলে সুধিলে "উইলৰ কথা কিবা জানেনে তাইক সুধিছিল নে গগৈদেও ?"

"সুধিছিলো, নাজানে বুলি কলে।"

সুধীৰে কলে "তাই নাজানে বুলি ধৰি লব পাৰে কিয়নো বাপেকে তাই ইয়ালৈ অহাৰ আগদিনা চিঠি এখন ডাকত দিছিল। তাতেই উইলৰ কথা লিখিছিল যে 'তহঁত দুজনীয়ে তো মোৰ সম্পত্তিৰ

উত্তৰাধিকাৰিণী। তথাপি মোৰ অবৰ্ত্তমানে আৰু কেজনমানে পাব লাগে। এতেকে উইল এখন মই সম্পাদন কৰি থলো। ব্যৱসায়ৰ হিচাব আদি ঠিক আছে। কোনো গোলমাল নহয়।' আৰু কিছুমান ঘৰুৱা কথা লিখিছিল অৱশ্যে কিন্তু তাত কোনো বিষয়ৰ স্পষ্ট ইঙ্গিত নাই। হয়তো মনত অলপ দুখ আছিল বুলি মই অনুমান কৰো। সেই চিঠি ইহঁতে দেখাই নাই। ইহঁত অহাৰ পিছত মই পাইছিলো।"

অনিলে আগ্ৰহেৰে কলে "চিঠিখন লগত আছে যদি মোক দিয়ক আৰু সেইখন গগৈদেওৰ হাতত জমা ৰাখিব লাগিব। আৰু কিবা কাকত-পত্ৰ যদি আনিছে তাকো লগত নাৰাখি এখেতৰ হাতত জমা দিব।"

সুধীৰে জেপৰ পৰা ডাঙৰ লেফাফা এটা উলিয়াই তাৰে পৰা সেই চিঠিখন উলিয়াই অনিলৰ হাতত দি কলে "সেইখন শেহতীয়া চিঠি আৰু এই লেফাফাত আগৰ লেখাপঢ়া আদিৰ লগতে কিছুমান চিঠিও আছে। এয়া লওক।"

অনিলে লেফাফাটো লৈ চিঠিখন মনোযোগেৰে পঢ়ি মুখখন গম্ভীৰ কৰি চিগাৰেট এটা জ্বলাই লৈ দুহোপামান মাৰি আকৌ এবাৰ পঢ়িলে। গগন গগৈ আৰু সুধীৰে তেওঁৰ মুখলৈ চাই আছিল। দুয়োজনে তেওঁৰ মনৰ ভাব সলনি হোৱা লক্ষ্য কৰিছিল। অনিলে মূৰ দাঙিলত গগৈয়ে প্ৰশ্নবোধক চকুৰে তেওঁৰ মুখলৈ চোৱা দেখি কলে "কিবা এটা ভাব মনত খেলাইছে গগৈদেও, তাকেহে ভাবিছো। কি ভাবিছো এতিয়া কবও নোৱাৰো। হয়তো মুখখন অলপ গম্ভীৰ হৈছে নহয় নে?" বুলি কৈ স্বভাৱসিদ্ধ হাঁহি মাৰিলে। মুখৰ ৰং সলনি হৈ আকৌ আগৰ দৰে হ'ল।

সুধীৰে মাত লগালে "মই ভালকৈ বুজিছো, নৱমল্লিকাৰ কেচ উপযুক্ত মানুহৰ হাততে পৰিছে। তাই ইয়ালৈ আহি বৰ বুদ্ধিৰ কাম

কৰিছিল। এতিয়া তাইৰ ভাগ্য। মই কৰলগীয়া একোৱেই নাই। কিন্নৰী, সম্প্ৰতি মিঃ ৰায় চৌধুৰী আৰু মিঃ গগৈক পাচ হাজাৰৰ চেক এখন লিখি দে। পিছত আৰু দিবি।"

গগৈয়ে কলে "দু হাজাৰ টকা মল্লিকাই মোক আগধৰি দি গৈছে, এইখন ৰায় চৌধুৰীৰ নামত দিলেই হব।"

চেক লিখি আগবঢ়াই দিওঁতে হাতত লৈ কিন্নৰীলৈ চাই অনিলে সুধিলে "বাৰু কোৱাচোন, আজি ৰাতিপুৱা তুমি সুবলে সৈতে বৈঠকখানালৈ কিয় আহিছিলা আৰু মই বাহিৰৰ পৰা মাতোঁতে ভিতৰলৈ সোমাই গৈছিলা কিয়? তাতে বহি থাকিবওতো পাৰিলাহেঁতেন?"

কিন্নৰীৰ চকুৰে পানী ওলাল। ওঁঠ দুটা কঁপিবলৈ ধৰিলে। মুখেৰে কথা নোলাল। অলপ বৈ চকু মুখ মচি উত্তৰ দিলে "সি মোৰ কাণ জলাকলা কৰিছে। তাক বিয়া নকৰালে হেনো বিহ খাব। এই দুদিন মোৰ এই শোকৰ সময়ত তাৰ এনেকুৱা সম্ভাষণ বিহৰ দৰে লাগে। মোমাইদেও নহাহেঁতেন মই কালিলৈ দিল্লীলৈ উভতিলোহেঁতেন। দিনে নিশাই পোহনীয় কুকুৰৰ দৰে পাছে পাছে ঘূৰি ফুৰিলে সহ্য কৰিব পাৰিনে? তাতে আকৌ মাহীয়েও সদায় উঠোতে বহোতে একো আষাৰ নোকোৱাকৈ নাথাকে। আজি পুৱা আপুনি ওলাই অহাৰ পিছতে কৈছে বোলে তাক বিয়া কৰাবলৈ সন্মত নহলে বাবাৰ কোনো সম্পত্তি পোৱাৰ আশাও কৰিব নালাগে। ইতিমধ্যে কোনোবা উকীলৰ লগতো পৰামৰ্শ কৰিছে হবলা। কিয়নো টেলিফোনেৰে কোনোবা এজনৰ লগত কথা পাতিছিল। তাতে 'সা-সম্পত্তি' আৰু 'বিলৰ টকা' বোলা দুটা শব্দ শুনিছিলো। আৰু শুনিব পাৰিলোহেঁতেন পিছে তেতিয়াই সুবল আহি কেং কেং কৰিব ধৰোতে টেলিফোন থৈ ওলাই আহিল। তেতিয়াই মোক মানা কৰিছিল যে

গগৈদেওৰ ওচৰলৈ আহিব নালাগে। বাইদেওক দেখা কৰিবলৈ মাহীয়ে অনুমতি লোৱাই মোক লগত লৈ তেৱেঁ। যাব। পিছে দুগৰীয়া মোমাইদেও অহাৰ পিছত মানা কৰিবলৈ সাহ নকৰিলে।"

গগৈয়ে কলে "এই বিষয়ে শিৱানীয়ে কাজিয়া কৰিব বুলি মল্লিকাই আগধৰিয়ে জানে আৰু প্ৰথমেই মোক তাৰ আভাষ দিছিল।"

কিন্নৰীয়ে কলে "সেই কথা মযো নজনা নহয়। মাহীৰ কথা পেলাব নোৱাৰিহে বাবাই আজি দুবছৰে যে আমাৰ অংশৰ টকা দিবলৈ এৰিছিল এই কথা সচাঁ। বাবাই মাহীৰ কথা পেলাব নোৱাৰিছিল। মাহীয়ে অৱশ্যে তেওঁক বৰ মৰম আৰু ভক্তি কৰিছিল। এই কথাও আমি দেখিছো আৰু দেখিছো যে মাহীয়ে তেওঁৰ নৰিয়া পাতি হলে কান্দিকাতি অস্থিৰ হয়, এনেকি ভাঁতপানী খাবলৈ এৰাৰ দৰে।"

অনিলে সুধিলে "ইমান টকা পইচাৰ গৰাকী হৈও ৰান্ধনি নাৰাখিছিল কেলেই ?"

কিন্নৰীয়ে উত্তৰ দিলে "বাবাই সদায় ৰান্ধনি ৰাখিছিল অৱশ্যে মাহীৰ অমতত। এইবাৰ ৰান্ধনিটো কেবামাহো আছিল আজি এমাহমানৰ আগেয়ে হেনো মাহীয়ে গালি পাৰি খেদি দিছে।"

অনিলে কলে "বাৰু এতিয়া যাব পাৰা। যি দিহা দিব লাগে মই সুধিৰ বাবুক দিছোঁ। তেওঁৰ লৈসতে সাৱধানে থাকিবা। গুৱাহাটী মানে নিজৰ ঘৰ এৰি যাবলৈ চেষ্টা নকৰিবা, কি কয় গগৈদেও ?"

গগৈয়ে কলে "গলেও অৱশ্যে বিশেষ অসুবিধা নহয় কিন্তু থাকিব পাৰিলে ভাল।

উভয়কে নমস্কাৰ কৰি সুধীৰ আৰু কিন্নৰী ওলাই গলত পৰ্দাৰ আঁৰৰ পৰা গগৈৰ ঘৈণীয়েক আহি হাঁহিমাৰি চকী এখনত বহি লৈ সুধিলে "পিছে, ৰায় চৌধুৰী ?"

অনিলে উত্তৰ দিলে "অথনি খোৱাবোৰ হজমেই হল বোধকৰো, তাৰ বাহিৰে জনাবলগীয়া কথা একো নাই।"

"খোৱাৰ চিন্তা এৰি কেঁচৰ কথা কোৱা ?"

"সেইফালে তেনেই আন্ধাৰ জানিবা। দাৰোগাৰ সাক্ষী গিৰিধাৰী আৰু তোষামোদ দালাল। সিহঁতৰ লগত কথা পাতিবলৈ মোক কেতিয়াও সুবিধা নিদিয়ে। ইপিনে শিৱাণীক দেখা কৰা কথা শুনিলে আৰু কিন্নৰীয়ে মামাকৰ লগত ইয়ালৈ অহা বুলি শুনিলেও তেওঁৰ চকুত টোপনি নোহোৱা হব নিশ্চয়। এতিয়া কোন পথেৰে খোজ লওঁ তাৰ সন্ধান বিচাৰি পোৱা নাই। বাদলতো ৰক্ষা নপৰেই, নৱ-মল্লিকাৰ পক্ষেও কোনো যুক্তি মই বিচাৰি পোৱা নাই। তাই যে দোষী সেই কথাৰ কোনো ভুলেই নাই। গগৈদেৱেহে জানে কিবা সুযুক্তি উলিয়াব পাৰে নে নোৱাৰে।"

গগৈয়ে কলে "দৰব বা বিষ তাই নিজ হাতেৰে খুৱাইছিল, এই কথা ঠিক। অৱশ্যে জানিও হব পাৰে নাজানিও হব পাৰে। জানি খুওৱা বুলিয়ে মই ভাবো। সেই ক্ষেত্রত যদি···"

বাধা দি ঘৈণীয়েকে খণ্ডেৰে কলে "উকীল ভাল হলে বিপৰীত বুদ্ধি হব লাগে হবলা ? মক্কেলে ঘৰলৈ আহি ভৰিত ধৰি উপযাচি আগধন পেলাই থৈ যায় উদ্ধাৰৰ বাবে আৰু তাৰ বিনিময়ত তেখেতে সেই মক্কেলৰ কথাকে অবিশ্বাস কৰে, ইয়াতকৈ আচৰিত কথা কি হব পাৰে চোৰাচোন ৰায় চৌধুৰী ? কম কথাত মানুহে ঔকিল বোলেনে ?"

গগৈ আৰু অনিলে একেলগে হাঁহি উঠিল। অনিলে কলে "মানুহে কওক নকওক তুমি যে সদায় কোৱা সেই কথা মই বুজিব পাৰিছো ন-বৌ। পিছে চাবা আকৌ খং উঠি তোমাৰ পিঠিতে যাতে সেইফেৰা নেপেলায় তাৰ বাবে সাৱধানে থাকিবা।"

"ইমান সাহস আছেনে ?" উকীলনীয়ে কলে "হেৰি ঔকিল, পাৰে

যদি এবাৰ চেষ্টা কৰি চাওকচোন, কি মজা দেখুৱাও পিছত গম পাব...”

গগৈয়ে কলে “ৰ'বা বাজে কথা নকবা। তোমাৰ কথামতে মই বাৰু তাইক নিৰ্দ্দোষী বুলি চিঞৰিলোৱেই, প্ৰমাণ ক'তা? জুৰিয়ে কিয় বিশ্বাস কৰিব? তাই যে নিজে দৰব খুৱাইছিল এই কথা আমি গুই কৰিম কেনেকৈ? গতিকে একমাত্ৰ পথ মোৰ সমুখত খোলা আছে আৰু সেইটো হল যে বাপেকে তাইক দেখুৱাই দিয়ামতে বটলটো আনি তাই দৰব খুৱাইছিল তাৰ ভিতৰত কি আছিল তাই জনাৰ কোনো উপায় নাছিল। কিয়নো দিল্লীৰ পৰা আহি পোৱাৰ পিছত সেই কমলৈ তাই আগতে যোৱা নাছিল।”

অনিলে কলে “তাতো অলপ ৰেঠা আছে নহয় গগৈদেও। বাদল আৰু তাইৰ মাজত প্ৰণয়-জোৱাৰ। এই ষড়যন্ত্ৰ আগধৰি কৰি থৈছিল বুলি প্ৰতিপক্ষই নিশ্চয় প্ৰমাণ কৰিব পাৰিব।”

গগৈয়ে কলে “ঠিক কথা। বাদলে আগধৰি সকলো বন্দবস্ত কৰি থোৱাটো দেখ দেখ কথা। কিন্তু আমি সেইকথা অস্বীকাৰ কৰিম। যদি বাদলে নিজমুখে সকলো কথা স্বীকাৰ কৰি ভেদ ভাঙি নিদিয়ে তেনেহলে হয়তো অলপ ভাল আশা কৰিব পৰা যায়। অৱশ্যে তাইৰ চিঠি বাদলৰ বাকচত পাইছে। সেই চিঠিত কি আছিল তাই নকয়। সুধিলে উত্তৰকে নিদিয়ে। ইপিনে বাদলৰ মুখত এতিয়ালৈকে কোনো কথাকে ওলোৱা নাই। সি বোবা হৈ পৰিছে। উকীল ধৰিবলৈ টকাও নাই আৰু তাৰ হেলো ইচ্ছাও নাই।”

দীঘল হুমুনিয়াহ পেলাই হঠাতে গগৈ গৃহিণীয়ে থিয় হৈ কলে “ৰায় চৌধুৰী বাতিৰ সাজ ইয়াতে খাই যাবা দেই।”

“নহয় ন-বৌ” অনিলে কলে “আজি নাখাওঁ। সময় সমূলি নাই।

যদি মৰম লাগিছে আমাক হুপিয়লা ওভালটিন দিয়া তাকে খাই মই বিদায় হম।”

অলপ পিছত উকীলনীয়ে ওভালটিন আনি দিলত তাকে খাই অনিল ৰায়চৌধুৰী ওলাই গল।

সেইদিনৰ পৰা অনিলৰ কোনো খা-খবৰ নাই। সুধীৰে নিতৌ এবাৰকৈ আহি গগৈৰ ঘৰত খবৰ লয়, বাটচাই উচ্ পিচ্ কৰি বহি থাকে কিন্তু কোনো লাভ নহয়। গগৈ আৰু তেওঁৰ ঘৈণীয়েকেও প্ৰায়েই অনিলৰ ঘৰলৈ গৈ তলামৰা ঘৰটো দেখি জং বাহাদুৰক সুধি জানিব পাৰে যে আজি চাৰিদিনমান অনিল ঘৰলৈ অহাই নাই। তাকে শুনি গগৈ দম্পতিও অস্থিৰ হৈ পৰিল। ঘৈণীয়েকে স্পষ্টকৈ কলে “নিশ্চয় তেওঁ কিবা বিপদত পৰিছে। তেওঁৰতো শত্ৰুৰ অভাৱ নাই। আপুনি কিবা এটা বন্দবস্ত কৰক।”

উকীলে কলে “ময়ো তেনেকুৱা আশঙ্কা নকৰা নহয় কিন্তু কি কৰিম? কোনো উপায় বিচাৰি পোৱা নাই। ৰাতিপুৱা মক্কেলৰ লগত ব্যস্ত। দিনটো থাকো কোৰ্টতে। গধূলিনো হতভগাক বিচাৰি কলৈ যাও?”

তাৰ পিছিদিনা অৰ্থাৎ পঞ্চম দিনা মদন চক্ৰৱৰ্ত্তী গগৈৰ ঘৰলৈ আহি অনিলৰ খবৰ সুধি কলে যে তেৰোঁ আজি দুদিন অনিলক বিচাৰি পোৱা নাই। তাৰেই খা-খবৰ কৰিবলৈ আহিছে। অৱশেষত কলে যে চিন্তা কৰিবলৈ একো নাই হয়তো আপদীয়াটোৱে গোপনে ক'ৰবালৈ গৈছে। তথাপি তেওঁ অনুসন্ধান কৰি চাব।

তাৰ পিছদিনা বৰ পুৱাতে গগৈৰ টেলিফোনৰ বেল একেৰাহে বাজিবলৈ ধৰিলত ঘৈণীয়েকে “নিশ্চয় ৰায় চৌধুৰী” বুলি উচ্ছাৰণ কৰি লৰি গৈ ৰিচিভাৰ তুলি ললে। অনিলৰ মাত শুনি খণ্ডতে প্ৰথমে গালিহে পাৰিলে। অনিলে আনমূৰৰ পৰা মিঠা হাঁহি মাৰি তেওঁৰ

মন ভুলোৱা দুই একাষাৰ কথা কৈ গগৈক বিচাৰিলে। ঘৈণীয়েকৰ পাছে পাছে তেৱোঁ তালৈ আহিছিল। ফোনৰ ৰিচিভাৰ লৈ অভিযোগ কৰিলে "অদ্ভুত মানুহ আপুনি। খবৰ এটা দিথৈ যাব নোৱাৰে। আমাৰ কথা বাৰু এৰিলোৱেই, সুধীৰে তো নিজে পগলাৰ দৰে হৈছেই, লগতে আমাকো পগলা কৰিব যেন পাইছো। লগ নাপালেই হেনো নহয়। মোৰ আগত কোনো কথা নাভাঙে। সেয়ে হেনো আপোনাৰ উপদেশ। ইপিনে মদন চক্ৰৱৰ্ত্তী……"

বাধা দি হাঁহিমাৰি অনিলে কলে "নিতান্ত নিৰুপায় গগৈদেও, সেইকাৰণে খবৰ দিব পৰা নাই। ক্ষমা কৰিব। সুধীৰক কব যে আজি আবেলি ঠিক পাচ বজাত ফুটবল খেল চাবলৈ গলে মোক লগ পাব। মদনক কব যে ভালে আছো। সময়মতে দেখা কৰিম। নমস্কাৰ।" বুলি কৈ ৰিচিভাৰ থৈ দিলে। গগৈয়ে কিবা কবলৈ মেলা মুখ মেলাই থাকিল। হতাশ ভাবেৰে ৰিচিভাৰটো থৈ ভিতৰ সোমাই গল।

তাৰ পিছত আৰু কেইদিন মানলৈ অনিলৰ কোনো খা-খবৰ নাই। সুধীৰ আহি সিদিনা খেল পথাৰত দেখা কৰাৰ কথা কলে যে অনিলে ভেশছন কৰি আহি তেওঁৰ লগত কথা কৈছিল। নিজে চিনাকি দিছিল বাবেহে অনিল বুলি বুজিব পাৰিছিল। কিবা এটা বিশেষ কামত লুকাই থাকিবলগীয়া হৈছে বাবেহে কাকো দেখা কৰিব পৰা নাই। তাৰ বেছি একোকে নকলে। সুধীৰৰ বক্তব্য শুনি উঠি তভালিকে মানুহৰ ভিৰৰ মাজত সোমাইছিল আৰু তাৰে দহ চেকেণ্ড পাছতে দাৰোগা উপস্থিত হৈ সুধীৰে কাৰ লগত কথা পাতিছিল তাকে সুধিছিল আৰু সুধীৰে কিবা এটা নাম কলত অবিশ্বাসৰ চকুৰে চাই হতাশমনেৰে উভতি গৈ দূৰৰ পৰা সুধীৰলৈ নজৰ দি আছিল।

আৰু কেইদিনমানৰ পিছত ৰাতি দহবজাত গগৈয়ে ভাত খাব

ধৰিছে। এনেতে একেবাৰে টেলিফোনৰ বেল বাজিবলৈ ধৰাত আধাখোৱাকৈ এৰি থৈ বিৰক্ত ভাবেৰে বিচিভাৱ লৈ কঠুৱা মাতেৰে উচ্চাৰণ কৰিলে "হেল্লো ?"

আনমূৰৰ পৰা অনিলে কলে "গগৈদেও শুইছিল নেকি ? খং নকৰিব, উপায় নাপাইহে অসময়ত আপোনাক···কি কলে ? আধাখোৱাকৈ এৰি···ইস্ লাজ পালো, ক্ষমা কৰিব ··কবলগীয়া কথা বহুত আছে অৱশ্যে কিন্তু টেলিফোনেৰে কোৱাৰ ইচ্ছা নাই। তদুপৰি সময় বৰ তাকৰ। এতিয়াই বেলত এঠাইলৈ যাবলৈ ওলাইছো। বৰ জৰুৰী কাম।"

গগৈয়ে কলে "কিন্তু ইফালে যে জোৰ পুৰি বৰলাৰ হাত পালেহি। পৰহিলৈ নৰমল্লিকাৰ মকৰ্দ্দমাৰ দিন। মইতো কোনো বুদ্ধিকে বিচাৰি পোৱা নাই। কিহেৰে তদ্বিৰ কৰিম ?"

আনমূৰৰ পৰা অনিলে কলে "পৰহি নেকি ? চাওঁচোন বাৰু, নাই নহব। ৰ'ব, পৰহি হাকিমৰ আদালতত হে কেচ উঠিব। এই কেচ তেওঁ বিচাৰ কৰিলেও নিষ্পত্তি কৰিব নোৱাৰে, ছেচ্ছনলৈ পঠিয়াবৰ বাধ্য। গতিকে আপুনি কূট বুদ্ধিৰে যি পাৰে কৰিব। আপোনাক নো আদালতৰ বিষয়ে মই কিবা কৌশল শিকাব পাৰো নে ? ছেচ্ছনলৈ যায় মানে মোৰ কাম শেষ হব বুলি বিশ্বাস কিন্তু—"

বাধা দি গগৈয়ে সুধিলে "কিবা ভাল খবৰ পাইছে নে·নাই তাকেহে কওঁক।"

অনুসন্ধানহে চলাইছো, পোৱা বুলিনো কেনেকৈ কওঁ ? পিছে তাইৰ পক্ষে কোনো ভাল খবৰ পোৱাৰ আশা এতিয়ালৈ দেখা নাই। যিমান সোনকালে পাৰো এদিন আপোনাক লগ ধৰিমগৈ। ভাত খাওক গৈ নমস্কাৰ।" বুলি কোনো কথা কবলৈ সুবিধা নিদি কানেকশ্যন কাটি দিলে।

তাৰে দুদিন পিছত। দহ বজাৰ লগে লগে নৰমল্লিকা আৰু বাদলক হেণ্ডকাফ লগাই নিম্ন আদালতত উপস্থিত কৰিলে। গৱৰ্ণমেণ্টৰ পক্ষৰ পৰা সকলো সাক্ষী প্ৰমাণ আদিও ঠিকমতে আগতীয়াকৈ নি সাজু কৰি ৰাখিলে। কোৰ্ট ইন্সপেক্টৰে হাতত কিছুমান কাকত পত্ৰ লৈ অনাহকতে দুবাৰ মান অকলশৰে আদালতৰ সমুখেৰে ঘূৰি আকৌ আদালতৰ পাছফালে থকা তেওঁৰ সৰু কোঠালৈ গল। তেওঁ বৰ আগ্ৰহেৰে কাৰোবাক বাটচাইছে কিন্তু কোনো মানুহ তেওঁৰ ওচৰলৈ নাহিল। তেতিয়া আচামী পক্ষৰ উকীলৰ নামটো চাই চকু থিয় হল। পেণ্টৰ জেপত হাত সুমাই একোকে নাপালে। বাহিৰত তোষামোদ আৰু গিৰিধাৰীক তালিম দি থকা দাৰোগাৰ ওচৰলৈ গল। কিবা এষাৰ কৈ আকৌ জেপত কিবা বিচাৰিলে। আথেবেথে তোষামোদে নিজৰ জেপৰ পৰা চিগাৰেটৰ পেকেট এটা আগবঢ়াই দিলত তাৰে এটা উলিয়াই হুপিবলৈ ধৰিলে। দাৰোগাক কিবাকিবি দিহা দি মন মৰা ভাবেৰে আকৌ নিজৰ কোঠালৈ গল।

চাৰে দহ বজাৰ অলপ আগেয়ে আদালত মানুহেৰে ভৰি পৰিল। গগন গগৈও উপস্থিত হৈ নিজৰ কাকত দাখিল কৰি বহি থাকিল। কোৰ্ট ইন্সপেক্টৰে আগধৰিয়ে সকলো কাকত দাখিল কৰিছিল। চাৰে দহ বাজি আৰু দহ মিনিটমান যোৱাতহে হাকিম সোমাই আহি নিজৰ চাঙত উঠি চকীখনত বহিল। পেস্কাৰে দিয়া কাকত কিছুমানত চহী কৰি দিলত পেস্কাৰে প্ৰথমেই নৰমল্লিকা আৰু বাদলৰ কেচটো সমুখত দিলে। উভয় পক্ষই উপস্থিত থকা বুলি জনালত আৰম্ভ কৰিবলৈ কোৰ্ট ইন্সপেক্টৰক আদেশ দিলে। ইন্সপেক্টৰে নিজে দেখা মানুহৰ দৰেই আৰম্ভণীতে নৰমল্লিকা আৰু বাদলক অভিযুক্ত কৰি এনে এটা

বক্তৃতা দিলে যে তাকে শুনিয়ে যেন হাকিমে বিনা বিচাৰে দুয়োজন আচামীকে পোতাশালত সোমাই দিব পাৰে। কিন্তু তাকে নকৰি হাকিমে প্ৰমাণ আৰু সাক্ষী বিচাৰিলত প্ৰথমে কুমুদ দাৰোগাক মাতিলে। দাৰোগাই কোর্ট-ইনস্পেক্টৰৰ প্ৰশ্নৰ উত্তৰত কৈ গল যে তেওঁক চাৰিবজাত কোনোবাই টেলিফোনেৰে খবৰ দিছিল যে পান্তাপালক কোনোবাই হত্যা কৰিলে। শৱটো লবালৰিকৈ খৰি দিবলৈ নিব ধৰিছে। সেইকথা শুনি দাৰোগাই ততালিকে গৈ শৱটো মৰ্গোলৈ পঠায় আৰু তদন্ত আৰম্ভ কৰে। অনুসন্ধান কৰি প্ৰমাণ পাইছিল যে পান্তাৰ কলিক পেইন আছিল। সেইদিনা পেইন খুব বেছিকৈ উঠিছিল ভাত খোৱাৰ পিছত। আৰু তাৰবাবে অফিচলৈ আহি দৰব খাইছিল। সেই দৰব নৱমল্লিকাই নিজ হাতেৰে খুৱাই-ছিল। পেইন নকমি আকৌ বাঢ়িলত ডাঃ দাসক খবৰ দিছিল। তেওঁ আহি ইনজেকশ্যন দিয়াতো নকমি অলপ পিছতে মৰে। মৰণোত্তৰ শৱ পৰীক্ষা কৰা ডাক্তৰে পুৱা খবৰ দিছিল যে আৰ্চেনিক খোৱাৰ বাবেই পান্তা পালৰ মৃত্যু ঘটে আৰু দৰবৰ লগতেই আৰ্চেনিক মিহলি আছিল। সেই মিহলি দৰব নৱমল্লিকাই নিজ হাতেৰে খুৱাইছিল। দ্বিতীয়তে বাদলৰ লগত নৱমল্লিকাই যোগ হৈ এই কাম কৰিছিল। বাদলৰ বাকচত আৰ্চেনিকৰ আন পুৰিয়া এটা পোৱা গৈছে। নৱমল্লিকাক গ্ৰেপ্তাৰ কৰা শুনি বাদল পলাই গৈছিল আৰু পাণ্ডুৰ এঘৰত লুকাই আছিল। তাৰপিছদিনা হয়তো আৰু ক'ৰবালৈ গল-হেঁতেন। সিহঁত দুয়োৰো মাজত প্ৰণয় আছিল কোনেও কাকো এৰিব নোৱাৰে কিন্তু পান্তা পালে বিয়া কৰাবলৈ অনুমতি নিদিয়াৰ ফলত এই ব্যৱস্থা কৰি বিয়া কৰাবলৈ স্থিৰ কৰিছিল। আন এটা আশা আছিল যে পান্তা পালে উইল কৰা বুলি বাদলে ভাবিছিল। সেইবাবে তাক হত্যা কৰি টকা হাত কৰাই উদ্দেশ্য আছিল

আৰু মৃত্যুৰ পিছৰ পৰাই উইল বিচাৰি ফুৰিছিল। উকীলক সুধি ফুৰিছিল উইলখন বিচাৰি দিবলৈ এজন ডিটেকটিভো লগাইছিল।

এইখিনিতেকে কোৱা হলত বাদলৰ বাকচত পোৱা আটেনিকৰ পুৰিয়া আৰু অফিচত পোৱা দৰবৰ বটলটো দাখিল কৰিলে। লগতে নৱমল্লিকাৰ বাদললৈ লিখা এখন চিঠি উলিয়াই কোৰ্ট ইন্সপেক্টৰে পঢ়ি শুনাবলৈ হাকিমৰ হুকুম বিচাৰিলে। এনেতে গগন গগৈয়ে থিয় হৈ ঘোৰ আপত্তি কৰিলে যে এই চিঠিৰ কেচৰ লগত কোনো সম্পৰ্ক নাই। তাক পঢ়ি শুনাব নোৱাৰে। এয়া যদি প্ৰণয়ৰ কথা হয় তেতিয়া ই অন্যায় আৰু অপমানজনক হব।" তেতিয়া কোৰ্ট ইনস্পেক্টৰে কলে "য়োৰ অনাৰ, ১নং আচামীয়ে ২নং আচামীক ষড়যন্ত্ৰ কৰিবলৈ দিল্লীলৈ মাতি নিছিল।"

চিঠি নপঢ়াকৈয়ে গগৈয়ে কলে "য়োৰ অনাৰ, ষড়যন্ত্ৰ কৰিবলৈ মতা কথাৰ চিঠিত কোনো উল্লেখ নাই।"

আন পক্ষই কলে "নহব পাৰে, কিন্তু, য়োৰ অনাৰ, উভয়ৰ মাজত যে ভালভাব আছিল তাক ঘটনাৰ আগে আগে বাদলক যে দিল্লীলৈ মাতিছিল এই চিঠিত তাৰ প্ৰমাণ আছে।"

গগন গগৈয়ে কলে "য়োৰ অনাৰ, দুজনৰ মাজত যদি ভাল ভাব থকা বুলিও ধৰি লোৱা যায় আৰু চিঠি দি মাতি নিয়া বুলিও ধৰি লোৱা যায় তথাপি এই কেচৰ লগত চিঠিৰ কোনো সম্পৰ্কই নাই। এতেকে এই চিঠি মুকলি আদালতত পঢ়ি আচামীক অপমান কৰিবলৈ কেতিয়াও দিব নোৱাৰি।"

হাকিমে কলে "কেচৰ লগত চিঠিৰ কোনো সম্পৰ্ক নাই, গতিকে প্ৰমাণ হিচাবে গ্ৰাহ্য হব নোৱাৰে।"

সেমেনা সেমেনিকৈ কোৰ্ট ইন্সপেক্টৰে কলে "এতিয়া আমি আমাৰ অইন সাক্ষী ডাঃ চলিহাক মাতিম।"

হাকিমে সুধিলে "কেলেই সিপক্ষই জেৰা নকৰিব নেকি ? মিঃ গগৈ···· ?" বুলি কথা শেষ নকৰি গগৈৰ মুখলৈ চালে।

থিয় হৈ গগৈয়ে কলে "কৰিম, য়োৰ অনাৰ।" দাৰোগাৰ মুখখন আগতকৈ গম্ভীৰ হল। অৱশ্যে পেটে পেটে নিশ্চিন্ত যে জেৰা কৰি গগৈয়ে আজি তেওঁৰ কোনো কথাৰ লৰচৰ কৰিব নোৱাৰে। তথাপি গগৈয়ে কি কূট বুদ্ধিৰে কোন শৰ নিক্ষেপ কৰে তালৈ চাই থাকিল। আনপিনে গগৈয়ে জানে যে কেচ যেতিয়া ছেশ্যনলৈ যাব তেনে ক্ষেত্ৰত ইয়াত জেৰা কৰি লাভ নাই। তথাপি ছলে বলে কৌশলে যিমান দিনলৈ পাৰে পলম কৰি অনিল আহি পোৱালৈ ৰাখিব পাৰিলে ৰক্ষা। নহলে তো পুলিচৰ প্ৰমাণবোৰ ওফৰাবলৈ তেওঁৰহ ৷তত একোৱেই নাই। অলপ পৰ কুমুদৰ মুখলৈ চাই থাকি সুধিলে "বাৰু, কওঁকচোন দাৰোগাবাবু, ঠিক কেইবজাত আপুনি পান্তা পালৰ মৃত্যু সংবাদ পাইছিল ?"

"আবেলি চাৰি বজাত।"

"তাৰমানে ঠিক চাৰিবজাত নে দুই এক মিনিট বেছি হৈছিল ?"

"হবও পাৰে।"

"অথবা চাৰি বাজিবলৈ দুই চাৰি মিনিট বাকী আছিল ?"

"সিও সম্ভব।" কুমুদে উত্তৰ দিলে।

"তাৰ মানে" গগৈয়ে সুধিলে "আচল সময় আপুনি কব নোৱাৰে, নহয় নে ?"

"কিয় নোৱাৰিম ? পাৰো, প্ৰায় চাৰিবজাত।"

গগৈয়ে হাঁহি মাৰিলে। তাৰ পিছত কলে "প্ৰায় চাৰি বজাত মানে চাৰে তিনিবজাত অথবা চাৰে চাৰি বজাতো হব পাৰে।"

"নোৱাৰে, তেতিয়া হলে চাৰে তিনিবজা নাইবা চাৰে চাৰি বজা কলোহেঁতেন।"

"অ'...ধৰক পোন্ধৰ মিনিট ইফাল সিফাল যদি হয়?"

"হব পাৰে।"

"কুৰি মিনিট?" গগৈয়ে সুধিলে।

"হব পাৰে।"

"তাৰমানে আচল সময় কব নোৱাৰে, হয় নে নহয়?"

দৃঢ় ভাবেৰে কুমুদে উত্তৰ দিলে "কিয় নোৱাৰিম?"

গগৈয়ে কলে "ইমান দিনৰ কথা, পাহৰি যোৱাটোৱে সম্ভৱ। নহয় জানো?"

কুমুদে গৰ্ব্ব কৰি কলে "পাহৰি গলেও ডায়েৰীত লিখা থাকে নহয়। তাতে সেইদৰে লিখা আছে।"

"বুজিলো", উকীলে কলে "অৰ্থাৎ সেই সময়ত আপুনি ঘড়ী চোৱা নাছিল। সেইবাবে ঠিক সময় লিখিব পৰা নাই।"

"হব পাৰে।"

"হব পাৰে নহয়, চাইছিল নে নাই?"

দাৰোগাই ভাবিলে চোৱা বুলি কলে আকৌ কি প্ৰশ্ন কৰে তাকে ভাবি মোখনি মাৰি কলে "চোৱা নাছিলো।"

হাঁহিমাৰি গগৈয়ে কলে "এৰা, অথনিৰ পৰা তাকে নকৈছিল কিয়? পিছে কওঁকচোন ডায়েৰীত আপুনি কথাবোৰ কেইদিন পিছত entry কৰিছিল?"

"পাছত কিয় কৰিম? সেইদিনাই ঘটনাৰ থলিতে মানে পাত্তাৰ অফিচতে বহি লিখিছিলো।"

"অ'...বাৰু বাৰু কওঁকচোন, কোনে আপোনাক টেলিফোনেৰে সংবাদ দিছিল?"

"কব নোৱাৰো, নাম কোৱা নাছিল। আৰু পাত্তাৰ ঘৰৰ

পৰাও খবৰ দিয়া নাছিল। ক'ৰপৰা কৈছিল নাজানো। গতিকে কোনে কৰিছিল গম নাপাওঁ।"

উকীলে সুধিলে "আপুনি খবৰ দিয়া মানুহ জনক বিচাৰি চোৱাও নাই, হয়নে নহয় ?"

"চাবৰ কোনো আৱশ্যকো নাই।"

"আৱশ্যক আছে নে নাই পিছত বুজিম। বিচাৰি চাইছিল নে নাই তাকে কওঁক ?"

"নাই চোৱা।"

"কিয় নাই চোৱা ? সিয়েই যদি কেনেবাকৈ পান্তাক বিহ খুৱাইছিল ?"

"কেতিয়াও হব নোৱাৰে। মই সকলো ৰকমৰ প্ৰমাণ দাখিল কৰিছো। বাদলে আৰ্চেনিক মিলাই থৈছিল নৱমল্লিকাই খুৱাইছিল।"

"বাদলে ক'ৰপৰা আৰ্চেনিক সংগ্ৰহ কৰিছিল ?"

"বোধকৰো দিল্লীৰ পৰা।"

"বোধ কৰিব নালাগে। ঠিককৈ জানেনে নাজানে ?"

"নাজানো।"

"পুৰিয়াত বাদলৰ ফিংগাৰ প্ৰিণ্ট আছে নে নাই ?"

"নাই।"

"নৱমল্লিকাৰ একা ?"

"নাই।"

"তেনেহলে অইন কোনোবাৰ আছে নে নাই ?"

"দুজনৰ আছে।"

"কোন সেই দুজন, নাম কি ?"

"কব নোৱাৰো ; বোধকৰো ফাৰ্মাচীৰ কোম্পাউণ্ডাৰ চোম্পাউণ্ডাৰ কাৰোবাৰ হব পাৰে।"

"বোধ কৰিব নালাগে। অনুমান কৰি কোৱা কথাৰ কোনো মূল্য নাই। বাৰু কওকচোন, সেয়া কাৰ প্ৰিণ্ট আপুনি মিলাই চাইছিল নে?"

"কেনেকৈ চাম?"

গগন গগৈয়ে ডাঙৰকৈ হাঁহি মাৰিলে। তাৰ পিছত এবাৰ হাকিমৰ মুখলৈ চাই শেষত দাৰোগাৰ শুকান মুখলৈ চাই কলে "যেনেকৈ চোৱা নিয়ম। কেনেকৈ মিলাই চাব লাগে তাকো মই শিকাই দিব লাগে নেকি?"

"নহয়" দাৰোগাই কলে "মই দিল্লীলৈ গৈ গোটেইবোৰ কোম্পাউণ্ডাৰ ..."

বাধা দি গগৈয়ে কলে "ৰ'ব. ৰ'ব, দিল্লীৰ বাহিৰে অসমত ফাৰ্মাচী নাই নেকি? আপুনি Bias হৈছে। ধৰি লৈছে যে সেই আৰ্চেনিক দিল্লীতহে কিনিছিল আৰু নৰমল্লিকা আৰু বাদলৰ ওপৰত জোৰ জবৰদস্তি কৰি দোষৰ বোজা চপাই দিব খুজিছে বা দিছে। হয়নে নহয়?"

কপালৰ ঘাম মচি দাৰোগাই কলে "নহয়, মই সকলো ৰকমৰ প্ৰমাণ সংগ্ৰহ কৰিহে গ্ৰেপ্তাৰ কৰিছো। চব প্ৰমাণ দাখিল কৰা আছে।"

উকীলে কলে "সেইবোৰ কোনো প্ৰমাণেই নহয়, 'চাৰ্কামষ্টেনছিয়েল এভিডেন্স'। বাৰু কওকচোন আচামীদ্বয়ক গ্ৰেপ্তাৰ কৰিবলৈ কোনে আপোনাক টিপ দিছিল?"

"কোনেও দিয়া নাই। মই নিজে তদন্ত কৰি প্ৰমাণ পাইহে গ্ৰেপ্তাৰ কৰিছো।"

"বেছ কথা পিছত দেখা যাব" উকীলে সুধিলে "এতিয়া কওকচোন পান্তা পালৰ উইলখন ক'ত আছে আপুনি জানেনে নাজানে?"

"কেনেকৈ জানিম ?"

"কিয় তদন্ত কৰি, খানাতালাচ কৰি। আপুনিহে জনাৰ কথা।"

"খানাতালাচ কৰোতে মই উইল পোৱা নাছিলো।"

"বাৰু কওকচোন, নগদ টকা কিমান পাইছিল ?"

"অফিচত পোৱা নাছিলো। ঘৰৰ লোহাৰ আলমাৰীত কেৱল আঢ়ৈ শ টকা পাইছিলো।"

গগৈয়ে সুধিলে "সেইদিনাৰ তহবিলত আচলতে কিমান নগদ টকা থাকিব লাগিছিল ?"

"সেইদিনাৰ খাতা পূৰাকৈ লিখাই নাছিল।"

"সেই তাৰিখে জমা কিমান লিখিছিল ?"

দাৰোগাই কলে "সমূলি লিখা নাছিল।"

"ধন্যবাদ দাৰোগা বাবু।" বুলি কৈ গগন গগৈ বহিল। কুমুদে মুখৰ ঘাম মচি কাঠগড়াৰ পৰা ওলাই গল।

তাৰ পিছত কোৰ্ট ইন্সপেক্টৰে পোষ্টমৰ্টেমকাৰী ডাক্তৰ চলিহাক মাতিলে। তেওঁ শৱৰ পেটত আৰ্চেনিক পোৱা বুলি সাক্ষী দিলে। দৰবৰ লগতো আৰ্চেনিক পোৱা বুলি সাক্ষী দিলে। ইচ্ছা কৰিয়ে গগৈয়ে ডাক্তৰক কোনো জেৰা নকৰিলে। তাৰ পিছত সাক্ষী দিলে প্ৰথমে তোষামোদক। সি কলে যে নৱমল্লিকাই বটলৰ পৰা দৰব গিলাচৰ পানীত মিলাই খুওৱা সি নিজে দেখিছিল। আৰু দেখিছিল যে পান্তা পালে দৰব খাই মুখখন বিকতাই দিছিল। তাৰ পিছতে তেওঁৰ কলিক পেইন বৰ বেছি হৈছিল। শেষত অচেতন অৱস্থা হৈছিল তেতিয়া ডাঃ দাস আহি ইনজেকশ্যন দিছিল কিন্তু পালৰ অৱস্থা ভালৰ ফাললৈ নাহি তাৰ পিছতে মৃত্যু হয়। মৃত্যুৰ সময়ত তোষামোদ উপস্থিত আছিল।

কোৰ্ট ইনস্পেক্টৰে শেষ কৰিলত গগন গগৈলৈ চাই হাকিমে সুধিলে "জেৰা কৰিব নেকি ?"

গগৈয়ে থিয় হৈ কলে "সম্প্ৰতি বেছি প্ৰশ্ন নোসোধো দুই একাষাৰ সুধি জেৰা শেষ কৰিম।"

"সোধক।" হাকিমে কলে।

গগৈয়ে সুধিলে 'তুমি পান্তা পালৰ মহৰী আছিলা, নহয় নে ?"

দালালৰ খং উঠিল। সংক্ষেপতে উত্তৰ দিলে "মহৰী নহয় মেনেজাৰ।"

"অ' মেনেজাৰ," গগৈয়ে সুধিলে "বাৰু কোৱাচোন তেওঁৰ ব্যৱসায়ত তুমি কি কি কাম কৰিব লাগিছিল ?"

"অফিচৰ কামো কৰিছিলো আৰু - "

"ৰ'বা ৰ'বা, অফিচত কি কাম কৰিছিলা ?"

"টেণ্ডাৰবোৰ ফিল্ আপ কৰি বহীত এন্ট্ৰি কৰা, সেইবোৰত পালৰ চহী কৰোৱা, ছীল্ড কৰি পঠাই দিয়া ইত্যাদি সকলো কাম মই কৰিছিলো।"

গগৈয়ে সুধিলে "হিচাব আদি চোৱা, মানুহক দিহাপোহা দি চলোৱা আদি সকলো কাম পালে কৰিছিল, হয় নে নহয় ?"

"হয় স্তৰ।"

"অফিচলৈ মানুহ আহিলে সকলোৰে পালৰ লগত কথা বাৰ্ত্তা পাতিছিল নহয়নে ?"

"হয় স্তৰ।"

"বেছ" গগৈয়ে সুধিলে "বাহিৰত কি কাম কৰিব লাগিছিল ?"

দালালে উত্তৰ দিলে "ঠিকাৰ কামবোৰ চাই ফুৰা, কাঠ-ইটা-গজাল-বল্টু-বিলাতী মাটি আদি কিনা, বেঙ্কলৈ আহ-যাহ কৰা

ইত্যাদি কিমান বৰ্ণাম ? মুঠৰ ওপৰত যেতিয়াই যি কাম ওলায় তাকে কৰিব লাগিছিল।”

“অ' বুজিলো। বাৰু কোৱাচোন মহৰীয়ে কি কাম কৰিব লাগে ?”

“কব নোৱাৰো, মই কোনোদিন মহৰী কাম কৰি পোৱা নাই।”

“এৰা,” গগৈয়ে কলে “পিছে কোৱাচোন কিমান দিনৰ পৰা পালৰ মহৰী কাম কৰিছিলা ?”

তোষামোদৰ আকৌ খং উঠি কলে “মেনেজাৰৰ কাম কৰিছিলো। দুই তিনি বছৰমান হব পাৰে।”

“দুই নে তিনি ?”

“নহয় ভুল হৈছিল, প্ৰায় চাৰি বছৰ হৈছিল।”

“অ' ভুল হৈছিল ;” গগৈয়ে সুধিলে “তোমাৰ প্ৰায় কামতে ভুল হৈছিল আৰু তাৰবাবে পান্তা পালে বকিছিল, ধমকো দিছিল নহয় নে ?”

“কোনে কলে ?”

“হয় নে নহয় তাকে কোৱা ?”

“মানুহৰ ভুল-ভ্ৰান্তি হয় ··”

“বোলো ভুলৰ বাবে পালে ধমক দিছিল নে নাই ?”

দালালে ইফাল সিফাললৈ চাই উত্তৰ দিলে “কেতিয়াবা দিব পাৰে, তাক কোনে মনত ৰাখে ?”

“আৰু” গগৈয়ে সুধিলে “মিছা কোৱাৰ বাবে গালিও পাৰিছিল, হয়নে নহয় ?”

“এই চালা বদমাচ সাধনে কৈছে নেকি ? মিছা ··”

“হাকিমৰ আগত এনে অশ্লীল ভাষা কলে শাস্তি দিব। মিছা কোৱাৰ বাবে গালি পাৰিছিল, খেদিব বুলি কৈছিল, নহয় জানো ?”

মুৰ খজুৱাই দালালে উত্তৰ দিলে "কেতিয়াবা কিবা কৈছিল যদি মোৰ মনত নাই।"

"বেছ, এতিয়া কোৱাচোন, পান্তা পালে দৰব খোৱা তুমি ক'ৰপৰা দেখিছিলা?"

"অফিচৰ বাৰাণ্ডাৰ পৰা।"

"তাত কিমান সময় থিয় হৈ আছিলা?"

"তেতিয়াই গৈ পাইছিলো, থিয় হৈ থকা নাছিলো।"

"বাৰু কোৱাচোন, পান্তা পালে কোনখন হাতেৰে গিলাচটো লৈছিল?"

"তেওঁ কিয় লব? নৱমল্লিকাই নিজ হাতেৰে খুৱাই দিছিল। দৰবটো গিলি তেওঁ মুখ বিকতাই দিছিল।"

"কিন্তু গিলাচত কি আছিল তুমি দেখা নাছিলা, হয়নে নহয়?"

"দেখিছিলো, দৰব আছিল।"

গগৈয়ে সুধিলে "দৰব বুলি তুমি কেনেকৈ জানিল? মই যদি কওঁ তাত পানী আছিল বা আৰ্চেনিক আছিল তুমি নহয় বুলি কব পাৰা নেকি?"

"নোৱাৰিম কিয়? সেইটো দৰব খোৱা গিলাচ।"

"দৰব খোৱা গিলাচ হব পাৰে কিন্তু কি খুৱাইছিল তুমি দেখা নাছিলা, হয় নে নহয়?"

"নহয় স্তৰ, দৰব খুৱাইছিল।"

"আৰু বটলৰ পৰা দৰব উলিয়াই গিলাচত লোৱাও তুমি দেখা নাছিলা, নহয় নে?"

"নাই, দেখিছিলো।"

"গিলাচত কি আছিল তুমি নাজানা?"

"জানো, দৰব আছিল।"

"বাৰু কোৱাচোন দালাল, পান্তা পালে মুখখন কেনেকৈ বিকতাই দিছিল ?"

"তিতা-কেঁহা বস্তু খোৱাৰ দৰে।"

"তোমাৰ মুখখন সেইদৰে বিকতাই দেখুওৱা চোন ?"

দালালে প্ৰথমবাৰ চেষ্টা কৰি নোৱাৰিলে। দ্বিতীয়বাৰ মুখখন কোচাই বিকৃত কৰি দেখুৱালে। গগৈয়ে সুধিলে "এনেকুৱা কৰিছিল যদি পেটৰ বিষতো কৰিব পাৰে। গতিকে মই যদি কওঁ যে তেওঁ গিলাচৰ পদাৰ্থ খাই মুখ বিকৃত কৰা নাছিল হয়তো বৰ বেছি কলিক-পেইন উঠাৰ বাবে তেনে কৰিছিল তুমি নহয় বুলি প্ৰমাণ কৰিব পাৰা নেকি ?"

দৃঢ় ভাবে দালালে উত্তৰ দিলে "কিয় নোৱাৰিম ? আগে পিছে দৰব খালে কেতিয়াও মুখ বিকতাই নিদিছিল আৰু দৰব মুখত পৰাৰ লগে লগে পেটৰ বিষ কমি গৈছিল। তদুপৰি পেটৰ বিষত কোনোদিনে সেইদৰে মুখ বিকতাই দিয়া ইতিপূৰ্ব্বে কেতিয়াও দেখা নাছিলো। গতিকে দৰব খাই মুখ বিকতাইছিল বুলি সহজতে বুজিব পাৰি।

গগৈয়ে সুধিলে "নবমল্লিকাৰ ওপৰত তোমাৰ কিমান দিনৰ পৰা আখেজ আছে ?"

"ওঁহো, আখেজ কিয়'থাকিব ?"

"আখেজ নাই যদি তুমি নৱমল্লিকাক কিয় দেখিব নোৱাৰা ?"

"কোনে কলে ? মই দেখিব পাৰো।"

"পাৰা যদি" গগৈয়ে সুধিলে "তুমি মিছা সাক্ষী কৰবলৈ কিয় আহিছা ?"

"মিছা সাক্ষী কিয় কম স্তৰ।" দালালে উত্তৰ দিলে "মই দেখা পাইছিলো। শপত খাই কব পাৰো।"

"তোমাক আৰু সুধিব লগীয়া নাই।" বুলি কৈ গগৈ বহিল।

তাৰ পিছত গিৰিধাৰীয়ে সাক্ষী দিয়াত সিও তোমামোদৰ দৰে একে কথাকে কলে। জেৰা কৰিবলৈ থিয় হৈ গগৈয়ে সুধিলে "বাৰু, কোৱাচোন গিৰিধাৰী, তুমি আগেয়ে অফিচত সোমাইছিলা নহয় নে?"

"নহয় চাৰ, দালাল বাবু আৰু মই একেলগে সোমাইছিলো।"

"অ' হয় নেকি? বেছ, পিছে দৰব মিলোৱা ক'ৰপৰা দেখিছিলা।"

"ৰাস্তাৰ পৰা, মানে অফিচৰ সমুখৰ পৰা। বাৰাণ্ডাৰ তলতে ৰাস্তা।"

"ৰাস্তাত থিয় হৈ চাই আছিলা নেকি?"

"নহয় চাৰ। দালাল বাবু আৰু মই বাৰাণ্ডাত উঠি তেওঁৰ হাতত থকা আধাপোৰা চিগাৰেটটো খুজি লৈ দুহোপা মান মাৰি সেইটো পেলাই দি দুয়ো ভিতৰ সোমাইছিলো। তেতিয়া পাল চাহাবে মুখখন বিকতাই দিছিল।"

"বেছ।" গগৈয়ে সুধিলে "তেনেহলে বটলৰ দৰব মিলোৱাতে দেখা পোৱা বুলি যে অলপ আগেয়ে কলা সেইটো মিছা কথা, নহয় নে?"

"মিছা কিয় হব? মই মিছা কথা নকওঁ চাৰ।"

গগৈয়ে দেখিলে যে এতিয়া বেছি জেৰা কৰি কোনো লাভ নহয়। কেচ ছেশ্যনলৈ যাব যেতিয়া তাতে জেৰা কৰাই উচিত হব। বিশেষকৈ তেতিয়াহলে অনিল ৰায় চৌধুৰীও পাবহি। তাকে ভাবি কলে "বেছ তোমাক আৰু সুধিবলগীয়া নাই।" বুলি কৈ গগৈ বহিলত কোর্ট ইন্সপেক্টৰে সুবলক মতালে।

তেওঁৰ প্ৰশ্নৰ উত্তৰত সুবলে কলে যে প্ৰায় বাৰ মান বজাত সি বাদলক হাতত কিবা কাকতৰ পুৰিয়াৰে অফিচ ঘৰত সোমোৱা

পেৰিছিল। তাত প্ৰায় পাচ মিনিট আছিল। তাৰ পাছত ওলাই আহি পোনেই নিজৰ কোঠালৈ গৈছিল।

জেৰাত গগৈয়ে সুধিলে “ঠিক কেইটা বজাত বাদল অফিচলৈ গৈছিল?”

“প্ৰায় বাৰ বজাত।”

“তাৰমানে তেতিয়াও বাৰ বাজিবলৈ বাকী আছিল হয় নে নহয়?”

“হয়, কিজানি পোন্ধৰ মিনিটমান বাকী আছিল।”

গগৈয়ে কলে “অথবা হয়তো বাৰ বাজি পোন্ধৰ মিনিট উকলি গৈছিল, হয়নে নহয়?”

“হবও পাৰে ঠিক সময় মই নাজানো।”

“বেছ, বাদলে যে পুৰিয়াটো নিছিল সেইটো কিমান ডাঙৰ আছিল?”

“কেনেকৈ কম? হাতৰ মুঠিত নিয়া বস্তুটো মই জুখি চোৱা নাছিলো।”

“ঠিক কথা। পিছে ওলাই অহাত পুৰীয়াটো ঘূৰাই লৈ আহিছিল নহয় নে?”

“কেনেকৈ কম? সি দৰৱত আৰ্চেনিক মিলাই উঠি হয়তো…”

“আৰ্চেনিক মিলোৱা তুমি দেখিছিলা নেকি?”

“নাই দেখা। পিছে অইন কোনে মিলাব। তদুপৰি তাৰ বাকচত বেতিয়া..”

বাধা দি গগৈয়ে কলে “অনুমান, যুক্তি নাইবা প্ৰমাণ তোমাৰ পৰা নালাগে। মোৰ আৰু সুধিবলগীয়া নাই।” বুলি কৈ বহিল।

কেচ ছেশ্বনলৈ পঠিয়াব বুলি বায়লৈ গধূলি গগৈ ঘৰলৈ গল। ঘৈণীয়েকে বাহিৰৰ বাৰাণ্ডাত বৈ আছিল। নিজে নিজেই ঘৈণীয়েক ক

কলে "কোনোমতে পালমৰা বিধৰ জেৰা কৰি পলম কৰিলো। কেচ ছেশ্যনলৈ পঠিয়াব তাইৰ সাৰিবৰ কোনো উপায় দেখা নাই। জুৰীয়ে কি কৰে চাওঁ।"

"সেইটো পিছত চাব। আহক এতিয়া জলপান খাবহি।" বুলি কৈ দুয়োজনে ভিতৰ সোমাল। এনেতে টেলিফোনৰ মাত শুনি বিৰক্ত ভাবে গগৈয়ে কলে "কোনেনো অসময়ত মাতি দিগদাৰ কৰে! বুলি কৈ ৰিচিভাৰটো তুলি মাত লগালে "হেল্লো!"

আনমূৰৰ পৰা অনিলে কলে "ধন্যবাদ গগৈদেও, আপুনি ঠিকেই কৰিছে। মই এতিয়াও ওলাব পৰা হোৱা নাই। ছেশ্যনৰ দিন পৰাৰ আগেয়ে মুকলি হব পাৰিম বুলি ভাবিছো।"

"অ' তেনেহলে আপুনি কোর্টলৈ গৈছিল?" বুলি অলপ বৈ অনিলক গগৈয়ে আকৌ দুবাৰ মাতি মাত নাপাই হতাশ মনেৰে ৰিচিভাৰ থৈ ভিতৰলৈ গল।

—দহ—

তাৰ পিছত আৰু কিছুদিন কোনো খা খবৰ নাই। সকলোৱে নিজৰ নিজৰ কামত ব্যস্ত। গগৈৰ মনৰ ভাব যে কেচ যেতিয়া ছেশ্যনলৈ পঠিয়াব সেই ক্ষেত্রত ৰঙাফিটাৰ বান্ধতে আৰু বহুত দিনলৈ নিশ্চয় সময় পোৱা যাব। ইতিমধ্যে অনিল ৰায় চৌধুৰী নিশ্চয় ওলাবহি। গতিকে গতানুগতিক নিয়ম মতে তেওঁ দৈনন্দিন কাম চলাই যাবলৈ ধৰিলে। সুধীৰ আৰু কিন্নৰী আহিলে অলপ সময়লৈ কথাবাৰ্ত্তা পাতে। মন যোগোৱা হিচাবে কোনো ভয় নাই বুলি মুখেৰে ওলায় যদিও তেওঁৰ পেটে পেটে আশঙ্কা সদায় আছে যে এই কেচত তেওঁ হাবিব। অৰ্থাৎ নৱমল্লিকাৰ শাস্তি হবই। এই কথা পানীৰ দৰে পৰিস্কাৰ। আইন নজনা সাধাৰণ মানুহেও কব যে নৱমল্লিকাই

বিহ খুৱাইছিল যেতিয়া তাইৰ ৰক্ষা নাই। আনহাতে বাদলক তো নির্দ্দোষী প্রমাণ কৰিবলৈ কোনো পথেই নাই আৰু সি কোনো কথা নকয়ো। উকীল নিযুক্ত কৰিবলৈ পইচাও নাই আৰু তাৰ ইচ্ছাও নাই। চৰকাৰে তাৰ হকে উকীল এজন নিযুক্ত কৰিলেও দাৰোগাৰ অকাট্য প্রমাণবোৰ জানো ওফৰাব পাৰিব? গতিকে উভয়ে দণ্ড পাব আৰু এই কথা ঠিক যে উভয়ে দোষী। দাৰোগাই অনিলক যে কৈছিল প্রণয় জোৰাৰ সেইটোহে আচল কথা। প্রণয়ৰ অগ্নিকুণ্ডত পৰিলে মানুহৰ হিতাহিত বিবেচনা লুপ্ত হৈ সকলো ৰকমৰ জঘন্য কাম কৰিব পাৰে। ইপিনে অনিলৰ কাণ্ডটো দেখি উকীলৰ মনত বিস্ময় যদিও পেটে পেটে খং। মক্কেলক নির্দ্দোষী প্রমাণ কৰাৰ উপায় নহলেই বাৰু তেওঁৰ লোকচান কি? মূৰ পুলুকা মাৰি ক'ৰবাত অজ্ঞাত বাস কৰি থাকিবলৈ কিহে পাইছে? আগে পিছে কোনো কেচতে এনেকুৱা ব্যৱহাৰ কৰা নাছিল। নাম-যশেৰে বিয়পি পৰাত এতিয়া হাৰিলে বদনাম হব বুলি নিশ্চয় এই বুদ্ধি কৰি নিজৰ গা বচাবলৈ কাৰবাৰ কৰিছে। ইপিনে উকীলে অকলে বদনামৰ ভাগী হয় যদি হওক।

কিন্নৰীৰ অনুৰোধ মতে নৱমল্লিকাৰ লগতো তুৱাৰ মান দেখা কৰিলে। খা-খবৰ ললে কিন্তু নৱমল্লিকাই যি কয় তেওঁৰ নিজৰ স্বভাৱ মতে ওলোটাকৈহে ভাবি লৈ তাইক আকৌ অপৰাধিনী বুলি মনতে ভাবি আছে।

আনপিনে কুমুদ হাজৰিকায়ো অনিলৰ কাণ্ড দেখি কম আচৰিত হোৱা নাছিল। অনিলৰ ওপৰত কুমুদৰ বহুদিনীয়া জাতক্রোধ। পেটে পেটে অনিলক ভয়ো কৰে। কিয়নো তেওঁৰ কাৰণেহে কুমুদে কেবাবাৰো অপদস্থ হৈছে, প্রমোচনো নাপালে। অনিল নহলে গগন গগৈৰ পৰা এনেকুৱা হোৱাৰ ভয় নাছিল। কুমুদে জানে অনিল গগনৰ

সোঁহাত। অনিল নাথাকিলে গগৈৰ সোঁহাত ছিগা। অনিল অন্তৰ্দ্ধান হোৱা দিনৰ পৰা দাৰোগাই বহু চেষ্টা কৰিও তেওঁৰ কোনো খা-খবৰকে উলিয়াব নোৱাৰি দোধোৰ মোধোৰত পৰিছে। ভাবিলে অনিলে নিশ্চয় কিবা কূট-কৌশল কৰি সাক্ষী প্ৰমাণবোৰ নষ্ট কৰাৰ চেষ্টাত গোপনে কিবা কৰি ফুৰিছে। দাৰোগাই যাতে ক'ৰবালৈ যোৱা বুলি ভাবি নিশ্চেষ্ট হৈ থাকে সেইবাবে লুকাই চুৰকৈ ফুৰিছে। আন এটা কাৰণ এই হব পাৰে যে কোনো সাক্ষী প্ৰমাণ ওফোৰাবলৈ বুদ্ধি নাপাই লাজতে ক'ৰবালৈ গৈ কবিতা লিখি বহি আছে। দুই ৰকমে মনতে অনুমান কৰিলে যদিও কুমুদৰ মনত প্ৰথমটোহে সঁচা বুলি বিশ্বাস হল। তেওঁ ভাবিলে সাৱধানৰ বিনাশ নাই। সাক্ষী কেজনৰ ওপৰত কৰা নজৰ ৰাখিলে। কেচৰ বিষয়ে যাতে কোনেও কাৰো লগত আলোচনা কৰিব নোৱাৰে তাৰ বাবে বিশেষ বন্দবস্ত কৰিলে। পহৰা সদায় ৰাখি থোৱাৰ উপৰিও হঠাতে একোবাৰ নিজে গৈ ওলায় আৰু চাই চিন্তি আহে। ইপিনে ভাবিলে যে অনিল ঘূৰি নাহোতে যদি কেচৰ বিচাৰ কৰাই নিষ্পত্তি কৰাব পাৰে তেনেহলে সকলো লেঠা মৰি যায়। সেই উদ্দেশ্যৰে নিজে তদ্বিৰ কৰি দুদিনতে কেচ জজ আদালতলৈ পঠালে। জজ আদালততো তদ্বিৰ কৰি চমন আদি জাৰি কৰাই সোনকালে মকৰ্দ্দমাৰ দিন পেলাই দিলে।

ইমান সোনকালে কেচৰ শুনানীৰ দিন ধাৰ্য্য হোৱা দেখি গগৈ আচৰিত হল। আগে পিছে এনে কথা তেওঁ দেখা নাছিল। এইবাৰ আৰু বেছিকৈ অনিলৰ ওপৰত খং উঠিল। কাক কি বিষয়ত বেছিকৈ জেৰা কৰি প্ৰমাণবোৰ মাটি কৰিব লাগে তাৰে টিপ এটা দি যোৱা হেঁতেনো তেওঁ কেইদিনমান পলম কৰিব পাৰিলে হেঁতেন। এতিয়া কোনপিনে কি কূট-কৌশল খাটে তাকো ভাবি উলিয়াব নোৱাৰি হতাশ হৈ পৰিল। হাতত মূৰটো থৈ বহি চকুমুদি কিবা ভাবি থাকোতে

ঘৈণীয়েকে বহা চ'ৰালৈ আহি মাত লগালে "হেৰি উকিল, ভাত হৈছে। খাবহি আহক।"

দুবাৰ মতাত মূৰ নোতোলাকৈয়ে গগৈয়ে উত্তৰ দিলে "যোৱা যোৱা আমনি নকৰিবা। অলপ ৰাতি হলে খাম। এতিয়া ভোক লগাই নাই।"

ঘৈণীয়েকে কলে "ৰাতি হবলৈ কি বাকী আছে নো? এতিয়া দহ বাজিবলৈ পোন্ধৰ মিনিট ‥" বুলি কৈ বাহিৰৰ ফালে চাই সকুকৈ কলে "সৌটো কোন আহিব লাগিছে, চিনাজনাৰ দৰে যেনেকৈহে…অ' আই ইয়ালৈ পোনাইছে দেখোন?"

উকীলে মূৰ দাঙি চকু দুটা ডাঙৰকৈ মেলি চালে। মানুহজনক চিনিব নোৱাৰি এবাৰ থিয় হব খুজিছিল কিন্তু হঠাতে মনৰ ভাব সলনি কৰি বহি আকৌ চালে। মানুহজনে বাৰাণ্ডা পাৰ হৈ আহি দুৱাৰৰ ভিতৰত ভৰি দিলেই দেখি উকীলনীয়ে ভিতৰলৈ খোজ ললে। উকীলে দুতা মাতেৰে কলে "কি লাগে?"

মানুহ জনে হাঁহি উত্তৰ দিলে "লাগে বহুত, কলৈ পলায় ন-বৌ? নপলাব।"

"ওৱা! ৰায় চাহাব!" বুলি চক খোৱাৰ দৰে ঘূৰি ওচৰলৈ আহি ঘূৰি পকি চায়ো চিনিব নোৱাৰি কলে "চেহেৰা দেখিতো চিনাৰ উপায় নাই। আৰু এবাৰ কথা কোৱাচোন, হয় নে নহয় তেতিয়াহে বুজিম?"

অনিলে কলে "প্ৰথমে মোক গা ধুবলৈ গৰম পানী আৰু চাবোন দিয়া তাৰ পিছত চেহেৰা দেখিয়ে চিনিব পাৰিবা। গগৈদেও কি হৈছে? ন-বৌৱে কিবা কাজিয়া কৰিছে নেকি?"

গগৈয়ে মনত ৰং পালেও মুখৰ গাম্ভীৰ্য্য বজাই ৰাখি কলে "ইস, কি চেহেৰাটো কৰি লৈ আহিছে, দাৰোৱান থাকিলে উলিয়াই দিলে হেঁতেন। সি আজি নাই।"

অনিললৈ চাই উকীলনীয়ে হাঁহি হাঁহি কলে "চাওক, চাওক চুলিবোৰ তো বেছি ভাগ পকালে। ডাঢ়ি গোফৰ কি ফেস্যন লগাইছে যেন গুণ্ডাটোহে। গাৰ বৰণটোনো কেনেকৈ ক'লা কৰিলা ৰায়চাহাব? এই খানচামা মাৰ্কা পোছাকটো ক'ত পালাহে? হিঃ হিঃ আমাকো খানচামা এজন লাগিছিল পিছে এনেকুৱা গুণ্ডা ধৰণৰ নালাগে।"

"ব'লা ন-বৌ, পলম কৰিব নোৱাৰো। মই গা ধুই আহো গৈগৈদেও ডাইনিংহললৈ আহক। তাতে বহি ওভালটিন এপিয়লা খাই মই পলাম।"

উকীলনীয়ে কলে "ওভালটিন পিছতো খাবা প্ৰথমে ভাতকে খাবাগৈ ব'লা।" বুলি ভিতৰলৈ মাতি লৈ গল।

তেওঁলোক দুজন ভিতৰ সোমালত গৈগৈয়ে উঠি গৈ বাহিৰৰ বাৰাণ্ডাত থিয় হৈ এবাৰ ৰাস্তালৈ চালে। কোনোবা এজন নওলাব পৰা আঁতৰি যোৱা বুলিয়ে তেওঁৰ বিশ্বাস হল। মানুহৰ আকৃতিটো আন্ধাৰত হলেও স্পষ্টকৈ দেখিছে কিন্তু চিনিব পৰাকৈ পোহৰ নাই। বুজিব নোৱাৰিলে যে সি নওলাতে চুপি আছিল নে কোনোবা বাটৰুৱাহে, তথাপি প্ৰায় পাচ মিনিটমান একে ঠাইতে ঠিয় হৈ থাকিল কিন্তু মানুহজন উভতি অহা নেদেখিলে। তেতিয়া বৈঠকখানাৰ বাহিৰ ফালৰ দুৱাৰখন বন্ধ কৰি থৈ ভিতৰ সোমাই গল।

বহুত সময়ৰ মূৰত অনিলে গা-পা ধুই নিজ ৰূপ ধৰি ডাইনিং হললৈ আহিলত উকীল দম্পতিয়ে বৰকৈ লক্ষ্য কৰিও আগৰ ৰূপৰ অলপো চিন চাবকে নেদেখি ঘৈণীয়েকে আচৰিত হৈ সুধিলে "ৰায়চাহাব, তুমি বাৰু কিবা সানি গাৰ আৰু চুলিৰ ৰং সলনি কৰিছিলা বুজিলো কিন্তু চেহেৰাখন কেনেকৈ সলনি কৰিছিলা? গাল মুখ শুকাই চকু দুটা বাহিৰ ওলাই যেন কিবা এটা হৈ পৰিছিল তাতোকৈ আচৰিত কথা তোমাক এবেগেত মান ওখ যেন দেখা হৈছিল।"

হাঁহিমাৰি অনিলে কলে "এদিন তোমাকো মই বেলেগ বেশেৰে সজাই দিম ; তেতিয়া দেখিবা আৰু শিকিবও পাৰিবা। তদুপৰি গগৈদেও কাচাৰিৰ পৰা আহি দেখিলে......"

বাধা দি মিচেচ গগৈয়ে কলে "এনে বেশ দিবা যাতে দেখিলেই অনুৰাগত পৰি চুৰকৈ প্ৰেম...."

"খেদি দিম" বুলি ডাঙৰকৈ হাঁহিমাৰি গগৈয়ে কলে "তেতিয়া মজাটো পাবা ভালকৈ।" তিনিওজনে হাঁহিলে। তাৰ পিছত গগৈয়ে সুধিলে "পিছে ৰায়চৌধুৰী বাজে কথা এৰক। দাৰোগাই নিজে তদ্বিৰ কৰি কেচৰ দিন বৰ সোনকালে পেলাই নিষ্পত্তিৰ চেষ্টা কৰিছে।"

অনিলে কলে "জানো, কালিলৈ মকৰ্দ্দমাৰ দিন আছে। সেইবাবে আজি লৰালৰিকৈ আহিলো।"

"ইমান দিন ক'ত লুকাই আছিল নো ?"

"ন-বৌএ ঠিকেই ধৰিছে, এখন হোটেলত খানচামাৰ চাকৰি কৰিছিলো।"

উকীলনীয়ে চকু দুটা ডাঙৰকৈ মেলি কলে "ঔ আই, তুমি সাংঘাতিক মানুহ দেখিছো। ছিঃ ছিঃ ৰায়চাহাব, এইবোৰ কাম কৰিবলৈ তোমাৰ ঘিণ নালাগে ? কিমান টকা দৰমহা পালা ?"

হাঁহিমাৰি অনিলে কলে "দৰমহা দিলেহে পাবা, নিদিলে ক'ৰপৰা পাবা ? আজি কাজিয়া কৰোতে খেদি দিলে, ওলাই আহিলো। অৱশ্যে লাভৰ ভিতৰত বাবুৰ্চিৰে সৈতে লগহৈ কেইসাজ মান খুব খালো নবৌ।"

মিচেচ গগৈয়ে ভাত সাজি দিলত দুয়োজনে খাবলৈ আৰম্ভ কৰি অনিলে কলে "কথা বহুত গগৈদেও কৈ শেষ কৰা টান। ৰহস্যটো অতি জটিলহৈ পৰিছে। সঁাথৰ যেন লাগে। মই কোনো সিদ্ধান্তলৈ

আহিব পৰা নাই। তদুপৰি এতিয়াই মই নলিন দাৰোগা আৰু তাৰ পিছতে মদন চক্ৰবৰ্ত্তীক লগ নধৰিলেই নহয়।"

উকীলনীয়ে কলে "তেনেহলে মোৰ আগত কেতিয়া কবা? আগেয়ে মোক কৈছে অইন ঠাইলৈ যাব পাৰিবা।"

"আগেয়ে তোমাক নকৈ নো কাক কম নবৌ? কিন্তু এতিয়ালৈ মই নিজেই কোনো সিদ্ধান্তত উপনিত হব পৰা নাই। তথাপি যিমান দুৰ জানিব পাৰিছো কওঁ শুনা—পান্তা পালে উইল কৰা সঁচা। মই উইলখন নিজে দেখিছো···"

আগ্ৰহেৰে মিচেচ্ গগৈয়ে সুধিলে "ক'ত? ক'ত দেখিছা? লৈ নাহিলা কিয় নহলে তাক পুৰি পেলাব···"

মুখৰ ভাত গৰাহ গিলি গগৈয়ে কলে "আঃ উত্ৰাৱল নহবাচোন। তেওঁক কবলৈ দিয়া, সময় তাকৰ। কালিলৈ দিন, বহুত আলোচনা কৰিব লগীয়া আছে।"

"ইমান দিন খানচামাৰ চাকৰি এনেয়ে কৰা বুলি ভাবানে নবৌ? নতুন হোটেলত, অৰ্থাৎ তোষামোদ দালালে পান্তা পালৰ বিলৰ টকা পান্তা মৰাৰ দিনা ভাঙাইছিল পোন্ধৰ হাজাৰ। জমা দিবলৈ নাপালে। পান্তা মৰাত টকাবোৰ সি ৰাখি থয়। গিৰিধাৰীয়েহে মাত্ৰ এই কথা জানে আৰু ট্ৰেজাৰী অফিচত খবৰ লৈ জানিছিলো অনিল ৰায়চৌধুৰীয়ে। ভাৰে পাচ হাজাৰ দি সি গিৰিধাৰীৰ মুখ বন্ধ কৰিলে কিন্তু মই জনা কথা গমকে পোৱা নাই। বাকী টকাৰ দুহাজাৰ খৰচ কৰি হোটেলখন কিনিছে। তাৰ ফিংগাৰ প্ৰিণ্ট লবলৈ যোৱা সময়ত দাৰোগাই পাই তালৈ মোৰ যোৱা বন্ধ কৰিলে। গতিকে খানচামা হৈ তাত প্ৰবেশ কৰিবলৈ উপায় কৰিলো। সিহঁত কুমুদকো কেবাসাজো তাতে মোৰ হাতেৰে খুৱাইছো। সিহঁত দুয়োজনৰ কথা শুনাত কোনো অসুবিধা হোৱা নাছিল। কুমুদে

সদায় পহৰা ৰখাৰ ওপৰিও নিতৌ এবাৰকৈ যায়। অনিলৰ চেহেৰাৰ মানুহ এজনক তাতৈ যোৱা দেখিছো নেকি মোকেই গোপনে সোধে....”

গগৈ আৰু ঘৈণীয়েকে একেলগে হাঁহি উঠিল। অনিলে কলে “অৱশ্যে কুমুদৰ গাত দোষ নাই, তোমালোকে মোৰ মাত বুজি পায়ো চিনিব নোৱাৰিলা। কুমুদৰ আগত মই নাকত তুলাৰ সোপা দি মৈমনসিংহীয়া কথাহে কৈছিলো।”

আকৌ বাকী দুজনে হাঁহিলে। অনিলে কলে “তাৰ পিছত কওঁ শুনা, উইলখন সি কেতিয়া চুৰ কৰিছে নাজানো কিন্তু এতিয়াও পুৰি পেলাব পৰা হোৱা নাই। কিয়নো সি জাল উইল কৰিব ধৰিছে। চাৰি কপিমান কৰা হৈ গল কিন্তু এখনো ঠিক হোৱা নাই। যিজনে আচল উইলখন লিখিছিল সেইজনৰ আখৰ আৰু চহী লগতে পান্তা পালৰ চহী তদুপৰি সাক্ষী গিৰিধাৰী আৰু অইন এজনৰ....”

উকীলে সুধিলে “বাকীজন সাক্ষী কোন?”

“আচল উইলখনত দালাল আৰু গিৰিধাৰীয়ে সাক্ষী আছিল কিন্তু জালখনত দালালে নিজৰ নামত প্ৰায় আধা আধি নগদ টকা পাব বুলি লিখিছে। গতিকে তাত সাক্ষী হব নোৱাৰে দেখি অইন কোনোবা তাৰ হাতৰ মানুহৰ নাম লিখিব হবলা এতিয়াও লিখা নাই। চেষ্টা চলায়ে আছে।”

উকীলনীয়ে সুধিলে “সিয়েই আৰ্চেনিকো মিলোৱা বুলি গম পাইছা নেকি ৰায় চাহাব?”

“বুজিব পৰা নাই ন-বৌ। সিদিনা ৰাতি বুটলি পোৱা দিয়াচলাইৰ ফিংগাৰ প্ৰিণ্টৰ লগত তাৰ প্ৰিণ্ট মিলা নাই বুলি নলিন দাৰোগাই কৈছে। অৱশ্যে পান্তা পালৰ দৰবৰ বটলত মল্লিকাৰ বাদে আৰু কাৰ প্ৰিণ্ট আছে, দালালৰ লগত মিলেনে নিমিলে ভালকৈ চাব লাগিব। সেইকথাটো বোধকৰো গগৈদেৱেই

জজ চাহাবক কৈ উপায় কৰাব লাগিব। যি নহওক, মোৰ অনুমান মতে তোমালোকৰ লগত আৰু মানুহ আছে।”

“সুবলৰ কথা কৈছা নেকি ?”

“সুবলৰ গতিবিধি সুধীৰে সদায় লক্ষ্য কৰিয়ে আছে। মাজে মাজে অনুসৰণো কৰিছে। তাৰ কামবোৰ বৰ গোলমলীয়া। দুদিন মই তাক লামডিঙলৈ অনুসৰণ কৰিছিলো, এদিন পাণ্ডুলৈ। পাণ্ডুত এজনৰ লগত কিবা এটা ষড়যন্ত্ৰ কৰাৰ কথা জানো। পান্তা পালে তাক সমূলি দেখিব নোৱাৰিছিল, তাকো গম পাইছো। তথাপি ন ঘৈণীয়েক শিৱানীৰ খাটিৰত লামডিঙত কাঠৰ কাৰবাৰ খুলি দিছিল। অৱশ্যে বহুত সাধনিৰ পাছতো পালে কিন্নৰীক তালৈ বিয়া দিবলৈ সন্মত নহল। আৰু সেই বিষয়ে যাতে ভবিষ্যতে কোনো কথা নুলিয়ায় তাৰবাবে বায়েক আৰু তাক সাৱধান কৰি দিছিল। সিয়ো প্ৰতিজ্ঞা কৰিছিল যে সিয়ো কিন্নৰীক বিয়া কৰাইহে এৰিব। এইবোৰ কথাৰ পৰা বিশ্বাস কৰিবলৈ মন যায় যে দাৰোগাই কোৱা কথায়েই ঠিক ‘প্ৰণয় জোৱাৰৰ কোবত’ পান্তাৰ সৰ্ব্বনাশ হৈছে।”

“অ’ আই, ইমানবোৰ ভিতৰুৱা কথা তুমি....”

উকীলে বাধা দি কলে “মনে মনে নাথাকা কিয়হে? এওঁ শনি লগাদি সিহঁতৰ লেজে লেজে কিয় বাৰু ঘূৰি ফুৰিছিল? সুখ খাবলৈ হোটেলৰ খানচামাৰ চাকৰি লোৱা বুলি ভাবিছা? কওক ৰায়চৌধুৰী?”

“তাৰ পিছত শুনক, বাদলে উইলখন লৰাচৰা কৰি চাইছিল। সেই কাৰণেই উইলৰ বাবে সি পগলা হৈ ফুৰিছিল। আৰু উইল দেখাৰ পিছত সি পান্তাক ফাকি দি দিল্লীলৈ যোৱা কথা আপুনি

জানে। আৰু মল্লিকাৰ লগত ভাল ভাব থকা কথা আপুনি জানেই। আর্চেনিকৰ পুৰিয়া তাৰ...”

উকীলে কলে “কিন্তু তাৰ ফিংগাৰ প্ৰিণ্ট পুৰিয়াৰ কাকতত পোৱা নাই। কাৰ ফিংগাৰ প্ৰিণ্ট দাৰোগাই বিচাৰি নাপাই সিদিনা....”

“জানো গগৈদেও। মইয়ো সেইদিনা আদালতত উপস্থিত হৈ দৰ্শকৰ মাজত আছিলো। সেই পুৰিয়াত দুজনৰ ফিংগাৰপ্ৰিণ্ট আছে। কাৰ প্ৰিণ্ট সেই কথা যদি উলিয়াব পাৰো তেনেহলে অন্ততঃ আৰু বহুত আগ বাঢ়িব পাৰিম বুলিও ভাবো। ইতিমধ্যে সুধীৰে মোক দুটামান ফিংগাৰ প্ৰিণ্ট দিছেও, মইয়ো কেইটামান যোগাৰ কৰিছো। সেইবাবে নলিন দাৰোগাৰ তালৈ প্ৰথমে যাম। তাৰ পিছত গোটেই ঘটনাটো মদনৰ লগত আদিৰ পৰা আলোচনা কৰিম।”

উকীলনীয়ে সুধিলে “ব’বা ৰায়চাহাব, গিৰিধাৰীৰ কথা তুমি উল্লেখকে নকৰিলা দেখোন। বোধকৰো সি ইয়াৰ মাজত নাই, হয়নে নহয় বাৰু ?”

“এৰা ঠিক ধৰিছা” বুলি অনিলে হাঁহি কলে “তুমিও সাধাৰণ বিধৰ নহয় নৰ্বো। সিও তলে তলে নথকা নহয় জানিবা। তাৰ কামবোৰো সন্দেহজনক। দালালৰ লগত দুপৰীয়া গিৰিধাৰীও প্ৰায় একে সময়তে ওলাই গৈছিল পিছে সি সেইদিনা দুপৰীয়া ভাতকে খোৱা নাছিল। দোকান এখনত চাহ খাই অলপ পিছতে অফিচলৈ আহিছিল। সাধন তেতিয়া অফিচত নাছিল। বান্দৰ নচুওৱা চাই আছিল। অফিচত সি কি কৰিছিল কোনেও দেখা নাই। কিছু সময় থাকি অফিচৰ পৰা ওলাই গৈ বান্দৰ নাচ চাইছিল। তাৰ পিছত আৰু ক’ৰবালৈ গৈ ঠিক তোমামোদ আহি পোৱাৰ পাছতে

যেগাই আহি বাৰাণ্ডাত উঠে। সিদিনা জেৰাত তোমামোদে কোৱা কথাও ঠিক নহয় আৰু গিৰিধাৰীয়ে কোৱা কথা সম্পূৰ্ণ মিছা। অৱশ্যে দাৰোগাই হয়তো তামিল দিয়াৰ সময়ত কিবা ভুল কৰিবও পাৰে।"

উকীলনীয়ে কলে "তেনেহলেতো গিৰিধাৰীৰ কামবোৰো সন্দেহজনক। অৱশ্যে পান্তা পালক মাৰি তাৰ কি লাভ হল সেই কথাহে মই অনুমান কৰিব পৰা নাই।"

অনিলে কলে "লাভৰ ভিতৰত সি ইতিপূৰ্ব্বে পালৰ কিছুমান কাঠ চোৰাংকৈ বেচি চুৰি হোৱা বুলি কৈছিল। পালে পুলিচক চুৰি ঘটনাটো জনোৱাত পুলিচে কাঠবোৰ বিচাৰি উলিয়াই প্ৰমাণ পালে যে গিৰিধাৰীয়ে চোৰাং কৈ বেচিছিল। সি তেতিয়া পান্তা পালৰ ভৰিয়ে হাতে ধৰি টকাৰ বাবে হেণ্ডনোট এখন লিখি দিছিল আৰু দৰমহাৰ পৰা মাহে পঞ্চাশ টকাকৈ কাটি দি ধাৰ মাৰিব বুলি কৈছিল। কাঠৰ দামো কম নহয়। দুহাজাৰ টকাৰ কাঠ সি বাৰ শ টকাত বেচিছিল। হেণ্ডনোট অৱশ্যে দুহাজাৰ টকাৰে দিবলৈ বাধ্য হৈছিল আৰু এই দুমাহত মুঠে এশ টকাহে কাটিব পাৰিছিল। গতিকে তাৰ সেই পিনেৰে উনৈশ শ টকা লাভ আৰু দালালৰ পৰা পোৱা পাচ হাজাৰ টকা ..."

"ইমান কম টকাৰ বাবে এজন মানুহক...."

বাধা দি অনিলে কলে "কম টকা ক'ত দেখিলা ন-বৌ? সাত হাজাৰ তো বহুত টকা। সিবাৰ এটকাৰ বাবে এজনক মাৰি পেলোৱা কথা তুমি শুনা নাছিলা?"

উকীলনীয়ে দুয়োজনকে দৈ, গুৰ আৰু কল আগবঢ়াই দিলে। উকীলে সুধিলে "পিছে ৰায় চৌধুৰী, সেইবোৰ কথা এৰক। কালিলৈ মকৰ্দ্দমাৰ দিন। তাৰ বাবেহে আমি সাজু হব লাগে। সেই বিষয়ে

কি কৰিব লাগিব তাকেহে পৰামৰ্শ কৰা ভাল হব। কবলৈ গলে মোৰ হাতত তো কোনো অস্ত্ৰয়েই নাই যে…”

দৈ খাই শেষ কৰি হাতখন চেলেকি অনিলে কলে “সকলো কথাতো আপোনাক কলোৱেই। মল্লিকা বা বাদলৰ সপক্ষে ইয়াৰ ভিতৰত কোনো প্ৰমাণ মই হলে আবিষ্কাৰ কৰিব পৰা নাই। আপুনি বাছি বিচাৰি যি পাৰে উলিয়াওক আৰু সেইমতেই সাক্ষীবোৰক জেৰা কৰি দাৰোগাৰ প্ৰমাণবোৰ ওফৰাবলৈ চেষ্টা কৰক। মইনো আপোনাক ওকালতি কৰিবলৈ শিকাব পাৰোনে? যদি দৰকাৰ বিবেচনা কৰে ন-বৌক সুধিব পাৰে।” বুলি কৈ হাঁহি মাৰিলে। তাৰ পিছত তামোল এখন মুখত সুমাই লৈ ৰাতিপুৱা লগ ধৰিব বুলি কৈ বেগাই ওলাই গল।

—এঘাৰ—

ৰিক্স এখনত উঠি অনিলে প্ৰথমে নিজৰ ঘৰলৈ গল। নলিন দাৰোগালৈ টেলিফোন কৰিব বুলি ৰিচিভাৰ লৈ মনত পৰিল যে তেওঁৰ ঘৰত ফোন নাই। তেতিয়া মদন চক্ৰবৰ্ত্তীক মাতিলত ঘৈণীয়েকে উত্তৰ দিলে যে গিৰিয়েক ঘৰত নাই। কুমুদৰ-সৈতে অলপ আগেয়ে ওলাই গৈছে, কলৈ গৈছে তেওঁ নাজানে। অগত্যা ৰিচিভাৰ থৈ গেৰেজৰ পৰা মটৰ উলিয়াই লৈ অনিল ওলাই গল। প্ৰথমে নলিন দাৰোগাৰ ঘৰলৈ গল। সুধীৰে সংগ্ৰহ কৰা ফিংগাৰপ্ৰিণ্ট দুটাৰে সৈতে নিজে সংগ্ৰহ কৰা কেইটামান ফিংগাৰপ্ৰিণ্ট দাৰোগাৰ হাতত দি ফটো তুলি ডেভেলাপ কৰিবলৈ উপদেশ দিলে। দহ টকীয়া নোট দহখন টেবিলৰ ওপৰত থৈ ৰাতিপুৱা আহিব বুলি কৈ থিয় হল। দাৰোগাই আশা

কৰাতকৈ বহুত বেছি টকা দেখি বৰ সন্তুষ্ট হল। থিয় হৈ হেণ্ডশ্বেক কৰি অনিলক বিদায় দিলে।

তাৰ পিছত সুধীৰক লগ ধৰিবলৈ পান্তা পালৰ ঘৰলৈ গল। ঘৰৰ ওচৰ পাই দেখিলে যে পুলিচৰ ভান এখন নঙলাত বৈ আছে। ড্ৰাইভাৰৰ বাদে তাত কোনো নাই। ওচৰতে নিজৰ মটৰ ৰখালত আলিৰ দাঁতিত ইফাল সিফাল কৰি থকা সুধীৰে তৎকালে ওচৰলৈ আহি কলে যে চক্ৰবৰ্ত্তী আৰু হাজৰিকাই শিৰানী আৰু তাইৰ ভায়েকৰ লগত কথা পাতিব লাগিছে। সুধিৰক তাত থাকিব নিদিয়াত আলিতে ইফাল সিফাল কৰি আছিল। তাৰ পিছত কলে "মিঃ ৰায় চৌধুৰী আপোনাৰ কথামতে মই লৰচৰ কৰিব নোৱাৰি, ইয়াতে বন্ধ হৈ থাকিব লগীয়া হৈছে কিন্তু আপোনাক লগ পোৱাৰ বিশেষ দৰ্কাৰ হৈছে।"

অনিলে মটৰৰ পৰা নামি সুধীৰৰ হাতত ধৰি পুলিচ ড্ৰাইভাৰৰ পৰা বহুত দূৰলৈ আঁতৰি গৈ সৰুকৈ কথা কবলৈ উপদেশ দি চিগাৰেট এটা উলিয়াই সুধীৰক দি নিজে এটা জ্বলাই ললে। সুধীৰে চিগাৰেট হাতত ললে যদিও মুখলৈ নিনি অনৰ্গল কথা কবলৈ ধৰিলে। হাত দুখন একোবাৰ মুঠি বান্ধে, একোবাৰ জেপত সুমায়, কেতিয়াবা বুকুত বান্ধি নানান ভঙ্গিমা কৰি কৈ যাবলৈ ধৰিলে। তেওঁৰ কথা কিমান দূৰ শেষ হল অনিলে নাজানে। হঠাতে দেখিলে মদন আৰু কুমুদ বাহিৰ ওলাল। ইঙ্গিতেৰে সুধীৰক কথা কবলৈ মানা কৰি চিগাৰেটটো জ্বলাই লবলৈ কলে। তাৰ পিছত উভয়ে দুই চাৰিখোজ দিলে।

দাৰোগাই অনিলৰ মটৰখন দেখি চঞ্চল হৈ উঠিল। মদনতকৈ আগবাঢ়ি পোনেই আহি মটৰৰ ভিতৰত অনিলক নেদেখি খঙেৰে

নিজৰ ড্ৰাইভাৰক সুধিলে “হেই ড্ৰাইভাৰ, অনিল কলৈ গল মানে এই মটৰত অহা মানুহ ? কেইজন আহিছিল ?”

ড্ৰাইভাৰে চকু মুদি টোপনি মাৰিছিল। মাত শুনি সাৰ পাই চকু মোহাৰি কলে “এজনহে আহিছিল। সোৱা সৌপিনে…”

“লগৰজন কোন ? কি কথা পাতিছিল দুয়োজনে ? ক, বেগেতে।”

এনেতে চক্ৰৱৰ্ত্তী ওচৰ পাই সুধিলে “অনিলৰ মটৰ, কলৈ গল সি ?”

দাৰোগাই কলে “কলৈ যাব, সৌৱা থাপ পাতি বহি আছে। তেওঁৰ আৰু মোৰ পাছে পাছে ঘূৰি ফুৰি কামত বাধা দিয়া স্বভাবটো নগল শুৰ।”

মদনে কোনো কথা নকৈ অনিলৰ মটৰৰ হৰ্ণ বজাই দিলত সুধীৰ আৰু অনিল বেগাই ওচৰলৈ আহিল। অনিলে কলে “টেলিফোনেৰে তোমাক মাতি ঘৰত নাই বুলি গম পালো। এই পিনেৰে যাবলৈ ধৰোতে তোমালোকৰ মটৰ দেখি বাট চালো। তোমাৰ লগত মোৰ বিশেষ কথা আছে, মদন। কেতিয়া সময় পাবা কোৱা ?”

“সময় ?” বুলি মদনে হাতৰ ঘড়ীলৈ চাই কলে “এঘাৰ বাজিলেই। তুমি ভাত খাইছা নেকি ? ব'লা মোৰ ঘৰত বহি কথা পাতিম ভাতো খাম।”

অনিলে কলে “ভাত মই খাইছো। আহা মোৰ মটৰত উঠাহি।”

“হাজৰিকা, আপুনি যাওক।” বুলি কৈ মদনে অনিলৰ সৈতে মটৰত উঠি বহিল। মটৰে চেকুৰ মাৰিলে। হাজৰিকাৰ খং চুলিৰ আগ পাইছিল যদিও উপায়ন্তৰ হৈ ভোৰভোৰাই হয়তো কিবা গালি পাৰি মটৰত উঠি বহিল। তেওঁৰ মনৰ ভাব বুজি পাই সুধীৰে অকলে হাঁহিলে।

মটৰত মদনে কলে "হেৰা অনিল, তুমি বাৰু কিহৰ বাবে অন্তৰ্দ্ধান হৈছিলা কোৱাচোন? আজি কেদিন মানৰ পৰা বৰ উদ্বিগ্ন হৈ আছো। চিঠি-পত্ৰ বা খা-খবৰ একোকে নিদিয়াটো জানো তোমাৰ উচিত হৈছিল। গগৈৰ তালৈ দুদিনমান গৈছিলো। তেখেঁ কলে বোলে দুদিন টেলিফোনেৰে খবৰ দিয়াৰ বাদে তেওঁৰ লগতো দেখা কৰা নাই। মই জানো যে তুমি গুৱাহাটীতে আছা, হয়তো দুই এবাৰ ক'ৰবাত ঘূৰি আহিব পাৰা কিন্তু মই বুজিব পৰা নাই যে এনেকৈ আত্মগোপন কৰি থাকিবলৈ তোমাক কিহে পাইছে। অৱশ্যে অনুমানতে ধৰি লৈছো যে পান্তা পালৰ কেচৰ ৰহস্য সমাধান কৰাৰ বাবেহে এইখন কৰিছা। নহলে সম্প্ৰতি আন কেচ নিশ্চয় হাতত নাই বুলিও মই নিশ্চিত কিয়নো তেনে ঘটনা ঘটা শুনা নাই। হয়নে নহয় কোৱা?"

অনিলে এখন হাতেৰে জেপৰ পৰা চিগাৰেটৰ টেমা উলিয়াই দি কলে "হোৱা, এটা মোকো দিবা। তোমাৰ অনুমান সঁচা মদন। মোৰ গতিবিধিৰ কথা তোমাত বাজে অইন কোনেও অনুমান কৰিব নোৱাৰে বুলি মই ভালকৈ জানো। যেহেতু তুমি মোৰ অন্তৰঙ্গ বন্ধু, তদুপৰি তুমি নামকৰা সাংঘাতিক পুলিচ অফিচাৰ..."

বাধা দি মদনে কলে "হেৰা বাজে কথা এৰা। প্ৰশংসা মোৰ পৰিয়ালৰ আগত কৰিবা তেতিয়া হলে এসাজ ভালকৈ খুৱাই দিব পাৰে। এতিয়া কোৱাচোন কামত কিমান দূৰ আগবাঢ়িব পাৰিছা?"

অনিলে কলে "আগবাঢ়িছো বুলি বিশ্বাস কৰিব পৰা নাই। ঘৰত বহি তোমাৰ লগত সুস্থিৰ মতে আলোচনা কৰিম। আগেয়ে কোৱা-চোন তুমি মোক কিয় বিচাৰিছিলা? এইটো কেচতো তোমাৰ নহয়, কুমুদ হাজৰিকাৰহে। তেওঁ সাক্ষী প্ৰমাণ আদি ভালকৈ যোগাৰ কৰিছে বুলিয়েই মোৰ বিশ্বাস।"

"কৰিছে সঁচা, কিন্তু তাৰ দ্বাৰা নচলিব।" বুলি চিগাৰেটত এহোপা মাৰি মদনে কলে "নিম্ন আদালতত অৱশ্যে কোৰ্ট ইন্সপেক্টৰে একৰকমকৈ চলাই দিলে। তাৰো কাৰণ মই জানো যে গৰৈয়ে গা-লাগি জেৰা নকৰিলে আৰু জেৰা নকৰাৰ কাৰণো মই বুজিবলৈ বাকী নাই যে তুমি তেওঁক মাল মচলা হয়তো যোগাৰ কৰি দিয়া নাছিলা।"

অনিলে কলে "তোমাৰ অনুমান কৰা শক্তি অতি প্ৰখৰ। থাওক বাৰু তোমাৰ ৰাইফৰ আগত হে প্ৰশংসা কৰিবলৈ কৈছা।" বুলি কৈ মটৰ ৰাখি কলে "ব'লা তুমি ভাত খাই থাকিবা মই ওচৰতে বহি থাকিম। তাৰ বাদে উপায় নাই। বাতিটোৰ আধাআধি শেৰ হলেই।" বুলি কৈ দুয়োজনে নামি গল।

মুখামুখিকৈ দুয়ো দুখন চকীত বহিলত ঘৈণীয়েকে আহি দেখা দিলত অনিলে উপযাচি কলে "মই ভাত খাই আহিছো। অকল তেওঁক ভাত দিলেই হব। মই তেওঁৰ মুখলৈ চাই থাকিলেও পেট নুফুলে জানিব। অৰ্থাৎ মুখ নালাগে।" বুলি মদনলৈ চাই সুধিলে "তোমাৰ অনুমান সঁচা বুলিয়ে ধৰিলো মদন। তাৰ পিছত কি হল কোৱা? তোমাৰ শেৰ হলেহে মই আৰম্ভ কৰিম।"

মদনে কলে "তেতিয়াৰ পৰা হাজৰিকাৰ মনত আনন্দ আৰু গৰ্ব্ব বাৰুকৈয়ে আছিল আৰু উদ্যোগী হৈ কেচটো সোনকালে নিষ্পত্তি কৰাবো দিহা কৰিছিল। পিছে চৰকাৰী উকীলৰ হাতত কাকত পত্ৰ পৰাৰ পিছত তেনেই ওলট পালট হৈ গল। তেওঁ স্পষ্টকৈ জনাই দিছে যে যিখিনি প্ৰমাণ সংগ্ৰহ কৰিছে সেই প্ৰমাণেৰে এজনকো শাস্তি দিব নোৱাৰে। গৰৈয়ে ফুঁমাৰি উৰাই দিব। তাকে শুনি তেতিয়াই কুমুদ আহি মোৰ ওচৰ পালে আৰু কেচটো যাতে ভাল হয় অৰ্থাৎ আচামীদ্বয়ে শাস্তি পায় তাৰে দিহা কৰিবলৈ।"

অনিলে হাঁহি মাৰিলে। তাৰ পিছত কলে "তুমি নকলেও হব মদন। কুমুদে যদি কেৱল গগন আৰু অনিলৰ কামত বাধাৰ সৃষ্টি কৰি ঘূৰি ফুৰে, সদায় বিৰোধী ভাব লৈ ওলোটা কাম কৰি ফুৰে তেনেহলে কেচৰ চিন্তা কৰে কোন সময়ত কোৱাচোন? মই ফুৰিছিলো শুংসূত্ৰ বিচাৰি প্ৰকৃত অপৰাধীৰ অনুসন্ধান কৰিবলৈ আৰু তেওঁ ফুৰিছিল মোৰ পাছে পাছে মোৰ কামত বাধা দিবলৈ।" বুলি কৈ দালাল আৰু নলিন দাৰোগাৰ ঘৰলৈ যোৱা কথাটো কৈ হাঁহি মাৰি কলে "পালা এতিয়া? পিছে মোৰ কামত সি বাধা দিবও নোৱাৰিলে। এনেকি সি এইদৰে বিধি পথালি দিয়াৰ পৰা মোৰ নতুন প্লেন মতে সকলো ভালেই হল। মোৰ কাম সুস্থিৰ মতে কৰাৰ উপৰিও তাৰ সকলো কামৰ গোন্ধ মই একে ঠাইতে বহি পাই থাকিলো। কেবাদিনো সি অনিলৰ দৰে মানুহ এজনৰ খবৰ মোকেই সুধিছিল বুজিছা?"

মদনৰ ঘৈণীয়েকে হাঁহিলে। মদনে কলে "শুনি মই আচৰিত হোৱা নাই অনিল। কুমুদৰ বহুত কথা মই জানো কিন্তু সেইবোৰ আলোচনা কৰি সময় নষ্ট নকৰো। এতিয়া কোৱাচোন, তুমি কি পালা? প্ৰকৃত অপৰাধীৰ সন্ধান পাইছা নেকি?"

"তাকেহে বিচাৰিছো কিন্তু পোৱা নাই। সেইবাবে ময়ো তোমাৰ ওচৰ চাপিছো। কেচ যেতিয়া তুমি হাতত লৈছা সেই ক্ষেত্ৰত তোমাৰ আগত কোনো কথা গোপন নকৰি খোলা ভাবে আলোচনা কৰিম। সকলো কথা শুনি তুমি যি দিহা দিয়া সেইমতে কাম কৰিলে ভাল হব। কিয়নো মোতকৈ তোমাৰ বুদ্ধি বেছি, অভিজ্ঞতা বেছি আৰু নাম-যশ..."

বাধা দি মদনে কলে "আকৌ খোচামোদী আৰম্ভ কৰিলা? সেইবাবে এওঁ তোমাক মাজে মাজে নিমন্ত্ৰণ কৰি খুৱাব বাৰু।"

বুলি মুখ ঘূৰাই ঘৈণীয়েকক কলে “হেৰা এওঁক মাজে মাজে নিমন্ত্ৰণ কৰি নুখুওৱা কিয়? যিমান খোচামোদ কৰিছে সপ্তাহত এসাজকৈ পোৱাৰ যোগ্য।”

তিনিওজনে হাঁহিলে। মিচেচ্ চক্ৰবৰ্ত্তীয়ে কলে “বাৰু কালিলৈ···”

বাধা দি অনিলে কলে “কালিলৈ নহব। আৰু এওঁৰ কথা মানি বাধ্যত পৰি মাতিলে মই কেতিয়াও নাহিম। বাজে কথা এৰি এতিয়া কাজৰ কথা শুনা মদন···” বুলি গগৈৰ আগত কোৱা মতে সকলো কথা আদিৰ পৰা বৰ্ণালে।

মদনে বৰ মনযোগেৰে সকলো কথা শুনি আছিল। তাৰ পিছত নিমাত হৈ তলমূৰকৈ চিন্তা কৰিব ধৰিলে। অনিলে মদনৰ মুখলৈ চাই চিগাৰেট হুপি বহি থাকিল। খাবলৈ এৰি ভাবি থকা দেখি ঘৈণীয়েকে অলপ সময়ৰ পাছত তাগিদ দিলে “কৰ্দ্দৈ টেঙাখন নাখায় কিয়? আপোনাৰ দেখোন বৰ প্ৰিয় বস্তু।”

বাটিলৈ চাই মদনে “এ···আজিলৈ আৰু খাব নোৱাৰো···চাওঁ বাৰু।” বুলি পি খাই মুখ হাত ধুই আহি চিগাৰেট জ্বলালে।

“কোৱা এতিয়া?” অনিলে সুধিলে।

মদনে গম্ভীৰ হৈ কলে “প্ৰথমৰ পৰাই আমি এজন এজনকৈ লওঁ বাৰু—চৰকাৰী উকীলেও কৈছেময়ো কওঁ যে নৱমল্লিকাৰ কোনো ‘মটিভ’ নাই। কি উদ্দেশ্যৰে তাই নিজৰ বাপেকক হত্যা কৰিব? কোনোবাই চক্ৰান্ত কৰি বটলত মিলাই থোৱা বিহ নজনাতে হয়তো বাপেকক খুৱাব পাৰে, তাৰবাবে শাস্তিৰ যোগ্য সমূলি নহয়। আনপিনে চোৱা বাদলক বিয়া কৰাবলৈ ইচ্ছা কৰা হলে তাই নিজৰ বেঙ্ক বেলেঞ্চৰ ওপৰত নিৰ্ভৰ কৰিয়ে সেই কাম কৰিলেহেঁতেন। প্ৰায় লাখ টকা যাৰ নগদ জমা তাই বাপেকৰ টকালৈ কি পৰোৱা কৰে? হয়নে নহয় বাৰু?”

"ঠিক।"

"তাৰ পিছত বাদলৰ কথা—তুমি কোৱামতে পান্তাপালৰ উইলত বাদলক কেৱল পাচ হাজাৰ টকাহে দিছে। সি যদি উইল দেখিছিল তেনেহলে পান্তাক নামাৰিলেহেঁতেন। সি খোজাহলে পালে তাক পাচ হাজাৰ টকা নগদ নিশ্চয় দিলেহেঁতেন বুলি মোৰ বিশ্বাস। অথবা কুমুদৰ মতে যদি প্ৰণয় জোৰাৰ বুলি ধৰা যায় সেইক্ষেত্ৰত তাইৰ বাপেকক মাৰি উইলৰ টকা পাচ হাজাৰ লৈ লাখটকীয়া ছোৱালীজনীক বিয়া কৰাবলৈ যাব বুলি ভবাটো বিকৃত মস্তিষ্কৰ লক্ষণ। আনপিনে তাৰ বাকচত আৰ্চেনিকৰ পুৰিয়া পাইছে যদিও তাত তাৰ ফিংগাৰ প্ৰিণ্ট নাই, অইন কোনোবা দুজনৰহে আছে। গতিকে সেই কামো চক্ৰান্ত কৰি কোনোবাই কৰা বুলি ধৰি ললে কোনো ভুল নহয় বুলি মই ডাঠি কব খোজো, তুমি কি কোৱা ?"

অনিলে নতুন চিগাৰেট এটা জ্বলাই লৈ কলে "মোৰ সিদ্ধান্তৰ লগত মিলি গৈছে।"

"বেছ," মদনে কলে "তাৰ পিছত গিৰিধাৰীৰ কথাকে লওঁ বাৰু—'মটিভ' পূৰা মাত্ৰাই আছে। মিলাবলৈ সুবিধাও আছে। অফিচলৈ দুপৰীয়া আকৌ গৈছিল, পিছে বাদলৰ বাকচত থোৱা পুৰিয়াত তাৰ প্ৰিণ্ট নাই। গতিকে তাক ধৰিলেও অইন কোনোবা দুজন তাৰ লগত আছিল বুলি ধৰি লব লাগিব। অথবা অইনৰ কথামতে সি বটলত আৰ্চেনিক মিলাই দিয়া বুলি ধৰি লব লাগিব। অৱশ্যে বটলত তাৰ প্ৰিণ্টো ভগাছিগাকৈ পোৱা গৈছে। তোমাকহে কলো। সি মিলাই থৈ যোৱাৰ পিছত মল্লিকাই খুৱাওতে তেনে হব পাৰে। পিছে বাকী দুজনৰ সন্ধান আমি পাব লাগিব, নহয় জানো ?"

"ঠিক কথা, কৈ যোৱা।" অনিলে কলে।

মদনে কলে "তাৰ পিছত সুবলৰ কথাকে ধৰা যাওক—তাৰ পাছে

পাছেতো তুমি ঘূৰিছাই সন্দেহৰ থলো যথেষ্ট পাইছা। মটিভো পূৰা মাত্ৰাই আছে। সি মিলাবও পাৰে বাদলৰ বাকচতে পুৰিয়া থৈ দিবও পাৰে কিন্তু প্ৰিণ্ট ?"

অনিলে কলে "অ', এষাৰ কথা তোমাক কবলৈ পাহৰিছো মদন। কুমুদলৈ মানে থানালৈ সুবলেই টেলিফোন কৰিছিল। পালৰ অফিচৰ পৰা নহয় দেই, নতুন হোটেলৰ পৰা। তাত সি মাজে সময়ে মদ খোৱাৰ আড্ডা আছিল। হোটেলৰ আগৰ মালিকজন সুবলৰ বন্ধু আছিল। সি দালালক হোটেল বিক্ৰী কৰি দি এতিয়া পাণ্ডুত আছে গৈ। তাতেই আড্ডা খুলিছে। তাক লগ ধৰিবলৈহে সুবল তালৈ গৈছিল।"

"তেনেহলে সেই হোটেলৱাল্লাও ষড়যন্ত্ৰত লগ থকা বুলি তোমাৰ বিশ্বাস নেকি ?"

"কব নোৱাৰো। তোমাক কথাষাৰ জনাই থলো। তাৰ ফিংগাৰ প্ৰিণ্ট আৰু অইন কেবাজনৰো অৱশ্যে মই আনি নলিনক ডেভেলাপ কৰিবলৈ দি থৈ আহিছো। বাদলৰ বাকচত পোৱা পুৰিয়াৰ প্ৰিণ্টৰ ফটো দুটা মোক লাগে। তেতিয়া হলে মিলাই চাবলৈ সুবিধা পাম। তুমি যদি সেইখিনি উপকাৰ কৰি দিয়া..."

"আকৌ কৈছানে ? এতিয়াই নো তোমাক মই কি কৈছিলো ? আনপিনে তুমি আগৰ পৰাই নাজানা নেকি যে নিৰপৰাধীক শাস্তি দিয়াবলৈ মই কেতিয়াও ইচ্ছা নকৰো। সেই কাৰণে প্ৰকৃত দোষী জনক বিচাৰি উলিয়াবলৈ তোমাৰ সহায় খুজিবলৈ তোমাক বিচাৰি ফুৰিছো। তাৰবাবে তোমাক..."

"মনে মনে থাকা মদন পুৰস্কাৰৰ কথা তুলিয়াবা। নৱমল্লিকাই গগৈক দুহাজাৰ আৰু কিন্নৰীয়ে মোক পাচ হাজাৰ আগধৰি দিছে। নৱমল্লিকাক খালাচ কৰাই মোৰ কৰ্ত্তব্য অৱশ্যে গগৈয়ে সম্পত্তিৰ বাবেও

যুঁজিব লাগিব। প্ৰকৃত অপৰাধীক গ্ৰেপ্তাৰ কৰিবলৈ যদি মোৰ সহায় খোজা তেনেহলে যি লাগে তুমি সহায় কৰিবা আৰু কুমুদক কৈ দিবা যে মোৰ কামত বাধা দি যেন অনৰ্থক পলম নকৰে। এতিয়া সুবলৰ কথালৈ আহো, এৰা, টেলিফোন কৰা কথাটো তাৰ বিপক্ষে যায় আৰু ফিংগাৰপ্ৰিণ্ট নোপোৱা কথাটোৱে তাক আতৰাই ৰাখে। সেইনিশা মই বুটলি পোৱা দিয়াছলাইৰ ফিংগাৰপ্ৰিণ্টৰ লগতো সুবলৰ প্ৰিণ্ট নিমিলে। তদুপৰি সি খোৱা চিগাৰেটৰ লগত সেই টুকুৰাটোও নিমিলে।"

মদনে কলে "কিন্তু মিলিলেও তাক হঠাতে দোষী বুলি ভাবিবৰ থল নাই।"

"নাই সঁচা মদন।" অনিলে কলে "কিন্তু মোৰ এটা কৌতূহল হৈছে জানিবলৈ যে সেইজন কোন আছিল আৰু ৰাতি বাৰ বজাৰ পিছত তেনেকুৱা ঠাইত কিয় থিয় হৈ আছিল। তদুপৰি তাৰ লগত কোনোবা এজন আছিল, গতিকে সিহঁতে নিশ্চয় অভিসন্ধি কৰিছিল। তোমালোকৰ পহৰা প্ৰবৰে শুই আছিল এতেকে নিৰ্ভয়ে সিহঁতে কিবা চেষ্টা চলাইছিল। মোক দেখা পাই যেতিয়া উভয়ে পলাল তেতিয়াই মোৰ সন্দেহ দৃঢ়তৰ হৈছিল। এতিয়া প্ৰশ্ন হৈছে সেই দুজন কোন আছিল? বাকীবোৰ আপোনা আপুনি সমাধান হব।"

মদনে কলে "এৰা তোমাৰ কথাত যুক্তি আছে এই বিষয়ে আকৌ ভাবি চাই পিছত আলোচনা কৰিম। সম্প্ৰতি তোষামোদ দালালৰ কথালৈ আহো। সি উইল চুৰ কৰিছে, টকা পোন্ধৰ হাজাৰ চুৰ কৰিছে। তাৰ দ্বাৰা তাক অইন চাৰ্জত পেলোৱাৰ কোনো পথ নাই। পেটে পেটে কিন্তু তাকেই হত্যাকাৰী বুলি একৰকম স্থিৰকে কৰিছো। কিন্তু দিয়াছলাইৰ প্ৰিণ্ট মিলা নাই আৰু চিগাৰেট?"

"সি সস্তীয়া দামৰ চিগাৰেট ব্যৱহাৰ কৰে। নহলে বিড়ীও হুপে।

অৰশ্যে চিগাৰেট হোপাজনৰ সহায়কাৰী বুলি ভাবিবৰ থল হলে আছে। যি নহওক বাৰু সেই বিষয়ে তুমি দকৈ ভাবি চোৱা, নিশ্চয় কিবা সুংসূত্ৰ পাবা। সম্প্ৰতি মোক প্ৰিণ্টৰ ফটোৰ কপি দুটা আনি দিব লাগে।"

মদনে কলে "আপত্তি নাই। থানালৈ যাওঁগৈ ব'লা, এতিয়াই তোমাক দুকপিকৈ দিম।"

অনিলে কলে "লগতে পান্তাপালৰ দৰবৰ বটলত নৰমল্লিকা আৰু গিৰিধাৰীৰ প্ৰিণ্টৰ বাদে আৰু কাৰোবাৰ প্ৰিণ্ট যদি আছে তাকো..."

মদনে কলে "আৰু দুজনৰ আছে। ফটো লৈ ডেভেলাপ কৰিও থৈছে, কিন্তু কাৰ প্ৰিণ্ট বুজা নগল। এটা হয়তো পান্তাৰ আৰু আনটো দৰব বিক্ৰী কৰা জনৰ হব পাৰে। যি নহওক, তোমাক তাৰো দুকপি দিব পাৰিম।"

দুয়োজনে ওলাই গৈ মটৰত উঠি বহিল।

—বাৰ—

অনিলে মদনক থৈ যেতিয়া ঘৰ পালেহি তেতিয়া নিশা চাৰে বাৰ বাজিছে। মটৰৰ লাইটৰ পোহৰত দেখিলে যে চাইকলখন আলিৰ দাঁতিৰ গছ জোপাত আওজাই থৈ কুমুদ হাজৰিকা নঙলাতে থিয় হৈ আছে। অনিলৰ পেটৰ পৰা বেয়া শব্দ এটা ডিঙিলৈ উঠি আহিল কিন্তু উচ্চাৰণ নকৰি জিভাৰ গুৰিতে ৰাখি থৈ নঙলাতে মটৰ থমালে। তাকে দেখি হাজৰিকা ওচৰলৈ আহি চালাম দি কলে "মিঃ ৰায়চৌধুৰী, ইন্সপেক্টৰ চাহাবৰ লগত কথা পাতিতো আপুনি সকলো কথা বুজিবই পাৰিছে। মই আপোনাৰ ওচৰত এটা অনুৰোধ কৰিবলৈ আহিলো।"

অনিলৰ খং চৰিল। বুজিলে যে কিবা এটা দুৰভিসন্ধি কৰি কুমুদ তালৈ আহিছে। আকৌ বা কি বিঘিনিৰ সৃষ্টি কৰে? তেনেহলে মদনে হাজৰিকাক অকলশৰীয়াকৈ মাতি নিও সাৱধান কৰি দিবলৈ পাহৰিলে নেকি? গহীন মাতেৰে উচ্চাৰণ কৰিলে "কওক সোনকালে। নিশা বহুত হৈছে।"

কুমুদে কলে "মোৰ অনুমানবোৰ তেনেই ওলোটা হৈ গল। আচামীদ্বয়তো খালাচ পাবই তাৰ কোনো ভুল নাই, চৰকাৰী উকীলে আৰু আমাৰ চক্রবর্ত্তী চাহাবে…"

অনিলে বাধা দি কলে "সেইবোৰ কৈ সময় নষ্ট নকৰিলেও হব। ৰাতি বহুত হল হাজৰিকা।"

"হয়, সংক্ষেপ কৰি কওঁ মিঃ ৰায়চৌধুৰী। আপুনি ৰহস্য পথত বহুত দূৰ আগবাঢ়িছে বুলি তেখেতে কলে। প্রকৃত অপৰাধীৰ সন্ধান দি আমাৰ নাক ৰক্ষা কৰক।"

অনিলে পেটে পেটে হাঁহি ভাবিলে, আকৌ কিবা কূট-কৌশল। 'হাপাই আনে তিৰী বোন্দাই হয় গিৰি'। অনিলৰ মূৰত কঠাল ভাঙি নিজে বাহাদুৰি লব খুজিছে। গহীন ভাবে মাত লগালে "শুনক হাজৰিকা, আপোনাৰ বাধা বিঘিনি স্বত্বেও ৰহস্য সমাধানৰ পথত আগবাঢ়িছো নে নাই নাজানো কিন্তু বহুত তথ্য পাতি সংগ্রহ কৰিছো এই কথা ঠিক আৰু মদনক মই কৈছো যে আপুনি যদি বাধা দি নুফুৰে প্রকৃত অপৰাধীৰ সন্ধান অতি শীঘ্রে মই উলিয়াব পাৰিম বুলি বিশ্বাসো কৰো। মোৰ কাম আছিল আচামীক খালাচ কৰোতে গগৈক সহায় কৰা। কিন্তু এইখিনি মই মদনৰ খাটিৰত কৰি দিম বুলি কৈছো।"

কৃতজ্ঞ চিত্তেৰে কুমুদে কলে "বৰ ভাল হব মিঃ ৰায় চৌধুৰী। তেখেতৰ উপদেশ মানি ভৱিষ্যতলৈ মই আপোনাৰ লগত কোনো

ৰকম বিৰুদ্ধ ভাবেৰে নচলো। এতিয়া মই কি কৰিব লাগিব কওক।"

অনিলে কলে "নিশ্চিন্ত মনেৰে শুই থাককগৈ। যেতিয়া যি কৰিব লাগে মানেৰ পৰা আদেশ বা পৰামৰ্শ যি বোলে পাব আৰু সেইমতে কাম কৰিব। মইনো আপোনাক আদেশ নাইবা পৰামৰ্শ দিবলৈ কোন?"

"অনুগ্ৰহ কৰি আপুনি মোৰ ওপৰত কৰা, খংটো এৰক, মই সচাঁকৈ কৈছো।"

অনিলে কলে "এৰিলো বাৰু, এতিয়া আপুনি অনুগ্ৰহ কৰি যাওক সেই হাজৰিকা।" বুলি কোৰাত হাজৰিকাই সন্তুষ্ট মনেৰে বিদায় সম্ভাষণ জনাই আঁতৰি গল।

মটৰখন গেৰেজত সুমাই থৈ অনিলে তলা খুলি দুৱাৰ মেলিলত বাৰাণ্ডাতে আৰাম কৰি শুই থকা জং বাহাদুৰে সাৰপাই জাপ মাৰি উঠি চালাম দিলে। তাক শুই থাকিবলৈ কৈ অনিলে ভিতৰ সোমাই কাপোৰ কানি সলাবলৈ ধৰিলে। সেই সময়তে টেলিফোনৰ বেল বাজিবলৈ ধৰিলে। হাতৰ কাপোৰখন দলিয়াই থৈ ৰিচিভাৰ লৈ অনিলে মাত লগালত আন মূৰৰ পৰা ব্যগ্ৰভাবে সুধীৰৰ মাত আহিল "মিঃ ৰায়চৌধুৰী, এতিয়াই আহক, তুৰন্তে। পলম কৰিলে হয়তো দেখা নাপাব। কোনোবা দুজন সেই সিদিনা চিগাৰেট হুপা ঠাইত গছ জোপাৰ তলত। কোনোবা ফালে যায় যদি মই চকু দি থাকো গৈ।" ক্লিক কৰি শব্দ হলত অনিলে ৰিচিভাৰ থৈ চোলাটো গাত সুমাই লৈ দুৱাৰত তলা লগাই আকৌ মটৰত উঠি চেকুৰ মাৰিলে।

পাস্তা পালৰ ঘৰৰ সমুখত মটৰ ৰাখি দেখিলে যে সুধীৰে সমুখৰ ফালৰ পৰা তেওঁৰ ওচৰলৈ বেগাই আহিব ধৰিছে। মটৰত থকা টৰ্চ লাইটটো হাতত লৈ অনিল নামিল। ওচৰ পাই সুধীৰে কলে

"দুজন নহয় ৰায়চৌধুৰী, এজনহে। সৌপিনে গল। আন্ধাৰত মনিব নোৱাৰিলেও তেওঁৰ মুখৰ চিগাৰেটটো আঁতৰি যাব ধৰা দেখি মযো পাছ ললো। আলি পাওতে দেখিলো যে তাৰ হাতত এখন চাইকল। মুখৰ চিগাৰেটৰ টুকুৰাটো দলিয়াই পেলাই চাইকলত উঠি বেগাই গুচি গল। লাইট পোষ্টৰ তলেদি যাব ধৰোতে স্পষ্টকৈ দেখিছো, মানুহ এজন। দুজন নহয়।"

অনিলে সুধিলে "ইয়াত চিগাৰেটৰ পোহৰ কেইজনৰ মুখত দেখিছিল ?"

"এজনৰ।"

"চিগাৰেটৰ টুকুৰাটো কোনখিনিত পেলাইছিল দেখুৱাই দিবগৈ বলক। পুৰি ছাই হলেই নেকি ?"

সেই ফাললৈ দুয়োজনে বেগাই খোজললে। সুধীৰে কলে "নাই, এইমাত্র আপুনি অহাৰ আগখিনিতে সি গল। টুকুৰা পুৰি শেষ হবই নোৱাৰে। যদি ঘাঁহৰ ওপৰত পৰিছে তো সুমাই থাকিব।"

কেইখোজ মান গৈয়েই চিগাৰেটৰ টুকুৰাটো পাই অনিলে তৎক্ষণাৎ তুলি সুমাই জেপত ভৰালে। তাৰ পিছত পালৰ অফিচৰ পাছফাললৈ আহিল। যি ঠাইত থকা সুধীৰে ঘৰৰ ভিতৰৰ পৰা অনুমান কৰিছিল ঠিক সেই ঠাইতে গছজোপাৰ তলত জোতাৰ অস্পষ্ট দাগ আছে। তাতে থিয় হৈ চাৰিওফাললৈ টৰ্চৰ পোহৰ পেলাই চালে। গছৰ তলত থিয় হোৱা বা বহা ঠাইৰ পৰা চাৰি হাতমান আঁতৰত আন এটা চিগাৰেটৰ টুকুৰা, সুমাই আছে। তুলি লৈ মিলাই দেখিলে একে চিগাৰেট। অনিলে কলে "একে চিগাৰেট। সুমাই আছে গতিকে অলপ আগেয়ে খাইছিল বুলি বুজিব পৰা যায়। কিন্তু আপুনি যে কৈছিল দুজন মানুহ থকা বুলি ? তেতিয়া হলে দুটা টুকুৰা থকা উচিত আছিল।"

সুধীৰে কলে "মই দুজনক দেখা মানে আন্ধাৰত দুটা মূৰ্তি যেন দেখিছিলো সঁচা কিন্তু দুটা চিগাৰেটৰ জুই দেখা নাছিলো।"

অনিলে জেপৰ পৰা চিগাৰেট উলিয়াই এটা সুধীৰক দি নিজে এটা জ্বলাই লৈ একেলগে কেইহোপা মান দীঘলকৈ মাৰি সুধিলে "এইটো কি ৰহস্য সুধীৰ বাবু? এজন মানুহ হলে নিশা চাৰে বাৰ বজাৰ পিছত আহি ইয়াতে বহি চিগাৰেট হুপি থকাৰ কোনো দৰ্কাৰ নাছিল। অথবা দুজন হলে নিশ্চয় দুটা টুকুৰা পোৱা উচিত আছিল। অন্ততঃ টুকুৰাটো পুৰি গলেও ছাইখিনি নিশ্চয় দেখিলো-হেঁতেন।"

সুধীৰে কলে "কি ৰহস্য মযো কব নোৱাৰো। এই ঠাইখনলৈ লক্ষ্য কৰিবলৈ আপুনি মোক পৰামৰ্শ দিছিল। মযো টোপনিত থকা সময়ত বাদে প্ৰায়েই এই ঠাইলৈ নজৰ দি আছিলো। যদি ইতিমধ্যে মই টোপনিত পৰাৰ সময়ত কেতিয়াবা আহিছিল মই নাজানো। তাৰ বাদে চকুত পৰা নাছিল। আজি অথনি আপুনি যোৱাৰ পিছত শুইছিলো। টোপনি অলপ আহিছিল। হঠাতে বাহিৰলৈ যাবলগীয়া হলত সাৰ পাই থিয় হৈয়েই খিৰিকীখনেৰে চাই দেখিলো যে কোনোবাই চিগাৰেট হুপিছে। ভালকৈ চাই দেখিলো মূৰ্ত্তি দুটা। আন্ধাৰত অৱশ্যে পষ্টকৈ দেখাও নাপায়। কিমান সময়ৰ পৰা আহিছিল তাকো নাজানো। ততালিকে আপোনাক ফোন কৰিলো।"

টৰ্চৰ পোহৰ মাজে মাজে পেলাই অফিচৰ পাছফালে দুয়োজনে অলপ ইফাল সিফাল কৰি কথা পাতিছে। পান্তা পালৰ ঘৰৰ দুৱাৰ মেলি টৰ্চৰ পোহৰ দুয়োজনৰ মুখত পেলাই দি বেগেৰে খুবলে ওচৰ চাপি আহি কঠুৱা মাতেৰে কলে "কোন? অ' মামাবাবু আৰু ডিটেক্টিভ, ইমান ৰাতি দুয়োজনে ইয়াতে কি কৰিছে?"

অনিলে উত্তৰ দিলে "কিয়নৰীৰ লগত আপোনাৰ বিয়াৰ দিন বাৰ ঠিক কৰিব ধৰিছো।"

কথাষাৰ শুনি সুৰলে প্ৰথমে পিঠা পালে যদিও ঠাট্টা বুলি বুজিব পাৰি খং উঠিল। জোৰেৰে কলে "ভূয়োঞনে নিশ্চয় কিবা ষড়যন্ত্ৰ কৰিছে। নহলে..."

"আটাহ পাৰিছে কেলেই? ওচৰৰ মানুহৰ টোপনিৰ ব্যাঘাত হ'ব। আমি কথা পাতিছো আপুনি শুই থাকক গৈ।"

আকৌ চৰা সুৰতে সুৰলে কলে "ইমান ভোদা নৰা বুলি নাভাবিব। আপুনি ডিটেক্টিভ হলেও মই কি পৰোৱা কৰো? আপুনি আহিলে অথবা আন কোনোৱা আহিলেও তৎক্ষণাত টেলিফোন কৰিবলৈ দাৰোগাই মোক কৈ গৈছিল। আজিও কৈ গৈছে।"

অনিলে কলে "তাকেই কৰককগৈ কিন্তু যোৱাৰ আগেয়ে কৈ যাওকচোন, ইয়াতে কাৰ লগত কথা পাতিছিল?"

সুৰলে কলে "কাৰ লগত কিহৰ কথা? ইস্ উলটাই চোৰে গিৰিক বান্ধে। ৰ'ব এতিয়াই মজা দেখুৱাম।" বুলি মুখৰ চিগাৰেটৰ টুকুৰাটো দলিয়াই পেলাই টেলিফোন কৰিবলৈ বেগাই গ'ল।

"এতিয়া কি কৰা যায় মিঃ ৰায়চৌধুৰী?" সুধীৰে সুধিলে।

চিগাৰেটত দীঘলকৈ এহোপা মাৰি অনিলে উত্তৰ দিলে "কৰিবৰ একোৱেই নাই। আপুনি গৈ শুই থাকক আৰু মযো যবলৈ গৈ এনুমটি মাৰিম। অৱশ্যে সুৰলে টেলিফোন কৰি ওলাই আহিলে অলপ ৰং চাই যাম।" বুলি কৈ ভূয়োঞনে আকৌ টহল দিবলৈ ধৰিলে।

তেওঁলোকে বেছি সময় বাট চাব নালাগিল। সুৰলে ওলাই আহি আগতকৈও খঙেৰে কলে "শীঘ্ৰে ওলাই যাওক মোৰ চোহদৰ ভিতৰৰ পৰা। নহলে জোৰ কৰি উলিয়াই দিম। তেৰোঁ তাকে কলে।"

অনিলে কলে "তোমাৰ চৌহদ কোনটো? এইটো দেখোন পান্তা নালৰহে ঘৰ। তেওঁৰ অবৰ্ত্তমানে তেওঁৰ ছোৱালীৰ। তুমিতো এজন চপনীয়া।"

সুধীৰে কলে "ছোৱালীহঁতৰ অভিভাবক হিচাবে মই তোমাক এই ঘৰৰ পৰা উলিয়াই দিব পাৰো।"

"কি? দুয়োজনে মোৰ বিৰুদ্ধে ষড়যন্ত্ৰ কৰিছে? মই কেতিয়াও সহ্য নকৰো। দুয়োকে খুন কৰিম এজনৰো ৰক্ষা নাই।"

অনিলে কলে "এজনক খুন কৰি গ্ৰেপ্তাৰ নোহোৱা বাবে সাহস বাঢ়িছে নহয় নে? নে এতিয়াও ধৰা নপৰা দেখি তেজৰ পিৰপিৰনি উঠিছে? সোনকালে তেজ চেঁচা পৰিব ৰ'বা।"

"মই—মই খুন? তাৰ কি প্ৰমাণ আছে? কোনে কব পাৰে? চব...চবকে মই....কোনে কি কৈছে?"

"যেয়ে জানে সেয়ে কৈছে। আৰু এতিয়াই মই দাৰোগাক কমগৈ।"

সুবলৰ সুৰ নৰম হল। কলে "কি কব? মই কি কৰিছো? মোৰ কিবা দোষ তাৰমানে মই কিবা দোষ কৰিছো নেকি যে এইদৰে মিছাকৈ জোৰ কৰি বদনাম দিব আহিছে?"

অনিলে কলে "জোৰ কৰি দিয়া নহয়। তুমি সেই হোটেলখনৰ পৰা পুলিচক টেলিফোনেৰে খবৰ দিছিলা। আৰ্চেনিকো তুমিয়েই মিলাইছিলা। পান্তা মৰাত গোপনে লোহাৰ পেৰা খুলি তাৰ টকাবোৰ চুৰ কৰিছিলা। তাৰ পিছত মল্লিকাক জালত পেলাই মাৰি কিন্নৰীক বলেৰে বিয়া কৰাই সকলো সম্পত্তিৰ মালিক হবৰ বাবে নতুন বুদ্ধি উলিয়াই শৱ সৎকাৰ কৰিবলৈ নিয়াৰ সময়ত লৰি গৈ নতুন হোটেলৰ পৰা টেলিফোন কৰি পুলিচক খবৰ দিছিলা। সিদিনা লামডিঙত তোমাৰ মদখোৱা বন্ধুৰ লগত কি ফিটাহি

মাৰিছিলা ? আকৌ পাণ্ডুত নীৰেনৰ লগত কি কথা পাতিছিলা মনত পৰে নে ? নীৰেনক মল্লিকাৰ বিৰুদ্ধে সাক্ষী দিবলৈ মাতিছিলা, মাতিছিলা নে নাই ? দুহাজাৰ টকা আগধৰি দিবা বুলি কৈছিলা নে নাই ?"

সুবলে আটাহ পাৰি উঠিল "চব চালাক মই খুন কৰিম। কাকো বাদ নিদিওঁ, চব চালা..."

এনেতে পাছ ফালৰ পৰা শিৱাণী আহি বাওঁ হাতেৰে সুবলৰ ডিঙিত ধৰি সোঁহাতেৰে মুখত সোপা দি ধমক দিলে "চুপ্ চুপ্, কথা নকবি সুবল। আহ মোৰ লগত, আহ...."বুলি কৈ জোৰ কৰি টানি লৈ গল। যাবৰ সময়ত কৈ গল ক্ষমা কৰিব ৰায় চৌধুৰী সি মদৰ নিচাত কি কৈছে তাৰ ঠিক নাই। এই মদেই তাৰ সৰ্ব্বনাশ কৰিব। ভিনিহিয়েকক সি খুন কৰা নাই, কোনোবাই তাৰ লগত শত্ৰুতা কৰি অন্যায় কৰিব খুজিছে।"

ইতিমধ্যে সাৰ পাই কিন্নৰীয়েও কেতিয়াবা আহি সুধীৰৰ পাছত থিয় হৈ আছিল। সুবলহঁত যোৱাত কলে "মোমাইদেও, মই আৰু ইয়াত নাথাকো। কালিলৈ মোক দিল্লীলৈ পঠিয়াই দিয়ক। বাবাৰ সম্পত্তি আৰু মোক নালাগে। গৈগে আৰু ৰায় চৌধুৰীয়ে বাইদেওক থালাচ কৰি পঠিয়াব।"

অনিলে কলে "ভয় খোৱাৰ কোনো কাৰণ নাই কিন্নৰী। এতিয়া নিশ্চিন্ত মনেৰে মোমাইদেৱেৰাৰ লগত গৈ শুই থাকাগৈ। কালিলৈ মকৰ্দ্দমাৰ দিন আছে, আৰু এখন খেল কিজানি দেখা পোৱাযেই। খেল চাবলৈ এৰি হঠাৎ যাবা কিয় ?" বুলি কৈ সুধীৰৰ লগত কিন্নৰীক ঘৰলৈ পঠাই অনিল গৈ মটৰত উঠিল।

বিছনাত পৰিলগৈ যদিও অনিলৰ সমূলি টোপনি নাহিল। চকু মুদি আকাশ পাতাল ভাবিবলৈ ধৰিলে। ৰহস্যৰ সমাধান কৰা পথটো

পোনাই আনি যেনেকৈ উজু বুলি ভাবিছিল এতিয়া তাৰ ওলোটা হৈ জটিল গাঁঠিহে লগাই দিলে। অনিলে ভাবিলে কোন এই চিগাৰেট-খোৰ? তাৰ উদ্দেশ্য কি? নিশ্চয় সুবলৰ লগৰ মদপী অথবা তেনেকুৱা কোনোবাই হব। কিন্তু ইমান ৰাতি দেখা কৰিবৰ বা তাৰ কি আৱশ্যক? কোনো বস্তু চুৰ কৰা নাই বা তেনেকুৱা উদ্দেশ্য নাই যদি দিনত নাহি ৰাতিলৈ কিয় বাটচাই থাকে? যদি সুবলৰ লগত কথা পাতিছিল···হঠাতে অনিলৰ মনত পৰিল চিগাৰেটৰ টুকুৰা দুটাৰ কথা। তৎক্ষণাত উঠি লাইট জ্বলাই সেইদিনা বুটলি অনা টুকুৰাটোৰ লগত মিলাই চালে। একে চিগাৰেট। মিলিযোৱা দেখি অনিলৰ মুখখন আকৌ গম্ভীৰ হল। ভাবিলে একেজন মানুহ, দিনত নাহি সি সদায় ৰাতি দোভাগতহে আহে তাৰ কাৰণটো কি? আকৌ সুবলে ইমান চিগাৰেট হুপে তথাপি তাত এজনে হোপাৰহে চিন আছে। এতেকে বুজা গল, সুবলে সেই মানুহজনৰ আগত চিগাৰেট নোহোপে। সুবলে যদি হত্যা কৰিছে আৰু বাদলৰ বাকচত আৰ্চেনিক ৰাখিছে তেনেহলে তাৰ ফিংগাৰপ্ৰিণ্ট ক'তা? সেই মানুহজন কোন? সুবলৰ লগত তাৰ সম্পৰ্ক কি? সিয়েই হত্যাকাৰী নেকি? কিন্তু বাহিৰৰ মানুহে আহি হঠাতে এই কৰ্ম্ম কৰা সম্ভৱ নহয়। তেনেহলে সিয়ো ঘৰৰে মানুহ নেকি? নাই, পৰিয়ালৰ ভিতৰৰ কোনো মানুহ নহয়। তেনেকুৱা মানুহ নাই। হয়তো পান্তা পালৰ কোনো বন্ধু হব পাৰে কিন্তু পান্তাৰ বন্ধু হলে সুবলৰ বন্ধু হব নোৱাৰে। মল্লিকাৰ কোনোবা হতাশ প্ৰেমিক নেকি? তাইক সুধিলেও কোনো কথা স্বীকাৰ নকৰে, নামাতে। গতিকে হবও পাৰে। কিন্তু এতিয়া কি কৰা যায়? কেনেকৈ মানুহজনৰ সন্ধেদ পোৱা যায়? ক'ত থাকে? সি ক'ত থাকে কেনেকৈ বিচাৰি · চিগাৰেটৰ টুকুৰা তিনিটা আগত লৈ অনিলে গভীৰ চিন্তাত মগ্নহৈ চকীখনত বাহ বাহজ্ঞান লুপ্ত হোৱাৰ

দৰে বহি থাকিল। মাজে মাজে একোটা চিগাৰেট জ্বলাই লয় আৰু দুই এহোপা মাৰি হাতত লৈ থাকোতে পুৰি ছাই হৈ যায়। আঙুলিত তাপ লাগিলে সেইটো পেলাই আন এটা জ্বলাই লয়। তাৰ পিছত ভাবিলে টোপনি এটা মাৰি মূৰটো অলপ চেৰ্চা কৰি লোৱা ভাল। বুলি জাপমাৰি উঠি গৈ বিছনাত পৰিল। ইকাতি-সিকাতি, ছট্‌ফট্‌ ধৰফৰেই সাৰ হল, টোপনি নাহে। 'ধেৎ-তেৰি' বুলি উচ্চাৰণ কৰি উঠি গৈ মূৰত পানী দি আহো বুলি দুৱাৰ মেলি দেখিলে যে বাহিৰত পোহৰ হৈছে। জং বাহাদুৰক চাহ কৰি আনিবলৈ কৈ প্ৰাতঃকৃত্য সমাপন কৰি আহি টেবিলত টুকুৰা তিনিটা লৈ নিজকে নিজে কবলৈ ধৰিলে—এইটো সেইটোৰ লগত মিলে অৰ্থাৎ ক=খ; খ=গ অতএব ক=গ। ধেৎ মই কি মূৰ্খ! বুলি চিঞৰ মাৰিলে "জং বাহাদুৰ?"

চাহ, কণীসিদ্ধ আৰু ৰুটীৰে সৈতে বাহাদুৰে বাৰাণ্ডা পাইছিল। মাত লগালে "হজৌৰ -"

"আন, দে, আৰু এপিয়ালা আনগৈ, তুৰন্ত জল্‌দী…"

লৰালৰিকৈ আটাইবোৰ গিলি পোছাক পিন্ধি দুৱাৰত তলামাৰি থৈ ওলাই গৈ অনিল মটৰত উঠি বহিল। তাৰ পিছতে উভতি আহি তলা খুলি মদনলৈ টেলিফোন কৰি দিলে যে এতিয়াই ওলাই যাবলৈ সাজু হৈ থাকিব লাগে।

—তেৰ—

নলিন দাৰোগাই শুই উঠি মুখখন ধুই উঠিছিলহে মাথোন। ঘনাই দিয়া অনিলৰ মটৰৰ হৰ্ণ শুনি বেগাই ওলাই আহিলত মদনে দিয়া ফটো দুখন তেওঁৰ হাতত দি অনিলে কলে "মিলিছেনে নাই চাই তৎক্ষণাত কওক, মই পলম কৰিব নোৱাৰো।"

"ৰ'ব, মই চশমাযোৰ লৈ আহো।" বুলি লৰি গৈ নলিনে চশমা লৈ ততালিকে আহি ফটো দুখন হাতত লৈ কালি অনিলে দি যোৱা প্ৰিণ্টৰ ফটোৰ লগত এখন এখনকৈ মিলাই অলপ দুখ মনেৰে কলে "এখনৰ লগত এখন হুবহু মিলিছে কিন্তু বাকীবোৰ দেখোন..."

জাপমাৰি থিয় হৈ অনিলে কলে "ইউৰেকা! ধন্যবাদ। এখন মিলিলেও হব। বাকীখন মই মনতে মিলাই লব পাৰিম। চাওঁ কোনখন, সোনকালে।"

নলিনে ফটো দুখন আগুৱাই দি কলে "এয়া আপুনি দিয়া ২নংখন আৰু এতিয়া অনা এই..."

তেওঁৰ কথা শেষ কৰিবলৈ সময় নিদি হাতৰ পৰা ফটো থাপ মাৰি লৈ চোৰ পলোৱাৰ দৰে অনিলে লৰি গৈ মটৰত উঠি বায়ু বেগেৰে মটৰ চলাই দিলে। নলিন দাৰোগাই অসন্তুষ্ট নহৈ মনত ৰং পাই চাহ খাবলৈ ভিতৰ সোমাই গল।

মদনৰ নঙলামুখ পোৱাৰ আগৰ পৰাই ঘনাই মটৰৰ হৰ্ণ বজাই গল। হঠাতে ব্ৰেকটানি মটৰ ৰখালত বৰ বিকৃত শব্দ এটা কৰি মটৰ ৰল। মদন বাহিৰত ওলাই ৰৈ আছিল। ব্যগ্ৰ ভাবে সুধিলে "কি হল? কিবা পাৰ্টচ ছিগিল নেকি?"

"একো হোৱা নাই। ক'তা তোমাৰ দাৰোগা? দলবল সাজু আছে নে নাই?"

"সাজু হৈ থানাত বাটচাই আছে। কলৈ যাব লাগে কোৱা মই ফোনেৰে আদেশ দিলেই...সৌৱা হাজৰিকা, বাটচাবলৈ ধৈৰ্য্য নাথাকিল আহিলেই। কোৱা এতিয়া কলৈ যাব লাগে?"

অনিলে সুধিলে "মোৰ মুখৰ কথামতে কাম কৰিবা নে প্ৰমাণ লাগে?" ইতিমধ্যে হাজৰিকাই পুলিচ মটৰৰ পৰা নামি লৰি আহি ওচৰ পাই চালাম দি থিয় হল।

মদনে অলপ আমন জিমনকৈ কলে "তোমাৰ কথামতে চলিবলৈ কোনো আপত্তি নাই বুলি তুমি নাজানা নেকি? পিছে মোৰ পেট ফুলাই থৈ তোমাৰ কিবা লাভ হব জানো? বিশেষকৈ আৰু অলপ পিছতে যেতিয়া দেখিমেই।"

হাঁহিমাৰি জেপৰ পৰা ফটো দুখন উলিয়াই মদনৰ হাতত দি কলে "এইখন মই কালি নলিন দাৰোগাক দি অহা আৰু এইখন তুমি থানাৰ পৰা দিয়া। চাওকহি হাজৰিকা মিলিছে নে নাই?"

দুয়োজনে একলগে কৈ উঠিল "হুবহু মিলি গৈছে। কাৰ এয়া কাৰ? বাকীখনৰ একা?"

অনিলে কলে "বাকীখন মই মনতে মিলাই লৈছো। প্ৰিণ্ট অনা নাছিলো। গ্ৰেপ্তাৰ কৰাৰ পাছত তোমালোকে যিমান লাগে লৈ মিলাই থাকিবা।"

হাজৰিকাই উচপিচ্ কৰিবলৈ ধৰিলে। অনিলে মদনৰ মুখলৈ চাই সুধিলে "আৰু এটা খেল চাব খোজা নেকি মদন? দেখুৱাও ৰ'বা..."

কুমুদে অধৈৰ্য্য হৈ কলে "নালাগে বলক, যদি আচামী পলাই যায়?"

"নপলায় ৰ'ব। পলালেও ধৰিব পাৰিম। কেৱল দুমিনিটহে সময় খেল দেখুওৱাত লাগিব। মদন তোমাৰ টেলিফোনৰ extenssion টো আছে নহয়? বলা, আহক হাজৰিকা।" বুলি দুয়োজনকে লৈ অনিল ড্ৰয়িংৰুমত সোমাল। আচলটো অনিলে লৈ নম্বৰ কলে বাকীটো বিচিভাৰ মদনে কাণত ললে।

আন মূৰৰ পৰা মাত আহিলত ফুচফুচাই বিকৃত মাতেৰে অনিলে সুধিলে "হেল্লো, ওচৰত আৰু কোনোবা আছে নেকি?"

আন মূৰৰ পৰা উত্তৰ আহিল "নাই।"

অনিলে কলে "কালি মই অহাব পিছত মটবেৰে কোনোবা এজন তালৈ আহিছিল। তোমাক কিবা কথা সুধিছিল নেকি ?"

আনমূৰৰ পৰা কান্দোনৰ শব্দ শুনা গল। তাৰ পিছত খোকাখুকি মাতেৰে কলে "উস্, আৰু নোৱাৰো। সেই অনিল ৰায় চৌধুৰী আহি বদমাচটোৰ লগত বহুত পৰলৈ কিবা ষড়যন্ত্ৰ কৰিছিল। সুবলৰ ওপৰত নানা অভিযোগ কৰি খং ভুলি...উস্ বাগ..."

মদনে অনিলৰ হাতৰ পৰাও বিচিভাৰ থৈ টান মাৰি থিয় কৰাই কলে "নালাগে আহা অনিল।"

তিনিওজনে ওলাই গৈ মটৰত উঠি বহিল। মদনে মটৰতে কুমুদক উপদেশ দিলে। পান্তা পালৰ নঙলাত মটৰ বখালত কুমুদক কোনেও বুদ্ধি শিকাব নালাগিল। জাপমাৰি নামি সহকাৰী আৰু কনিষ্টবল চাবি-জন মানক লৈ ভিতৰ সোমাই গৈ শিৱাণী আৰু সুবলক হেন্দকাফ লগাই দিলে। সহকাৰী মুকুল বৰ্ম্মণক শিৱাণীৰ ঘৰ বাকচ আদি খানাতালাচ কৰিবলৈ দি পাচ মিনিটতে উলটি আহি অনিল আৰু মদনৰ ওচৰ পালে। অনিল আৰু মদনে আৰাম কৰি চিগাৰেট হুপি আছিল। কুমুদে কলে "মিঃ ৰায় চৌধুৰী, বাকী জনৰ ওচৰলৈ...তাৰমানে আৰু এজন অৰ্থাৎ..."

হাঁহি অনিলে কলে "আপোনাৰ ইয়াৰ কাম শেষ হৈছে যদি উঠি বহক, হাজৰিকা। চাৰিজন চিপাহী সিথন মটৰত গলেই হব।"

অনিলৰ কথা শেষ হোৱাৰ আগেয়ে দাৰোগাই পুলিচ ড্ৰাইভাৰক হুকুম দি প্ৰায় জাপমাৰি অনিলৰ মটৰত উঠি বহিলত অনিলে মদনক সুধিলে "শুনিছা মদন, এতিয়া মই যাৰ তালৈ নিব খুজিছো তেওঁৰ বিৰুদ্ধে এতিয়ালৈকে কোনো প্ৰমাণ আমি যোগাৰ কৰিব পৰা নাই। তদুপৰি তোমালোকে গ্ৰেপ্তাৰী পৰোৱানাও অনা নাই। গতিকে আইনমতে গ্ৰেপ্তাৰ কৰিবলৈ যদি কিবা বাধা থাকে তেন্তে সাজু হৈ

যোৱা উচিত বিবেচনা কৰা প্ৰথমে তাকে কৰি যোৱাই ভাল হব হবলা ? কি কোৱা ?"

মদনে সুধিলে "মোৰ ঘৰৰ পৰা তুমি যিজনৰ ভাও লৈ শিৱানীলৈ টেলিফোন কৰিছিলা সেই মানুহজনেই নহয় জানো ?"

"এৰা, সেইজনেই হয়। আৰু মই ডাঠি কব পাৰো যে ফিংগাৰ-প্ৰিণ্টৰ বাকী ফটোখন তেওঁৰ প্ৰিণ্টৰ লগত...."

বাধা দি কুমুদে মাত লগালে "মিঃ ৰায় চৌধুৰী, আপুনি কেৱল মানুহজনক দেখুৱাই দিয়ক তাৰ পাছত সকলো দায়িত্ব মোৰ। মই যি কৰিব লাগে কৰিম। আপোনাৰ কোনো চিন্তা নাই। এতিয়া সোনকালে বলক, সি কিবা টিপ পালেই নিশ্চয় পলাই পত্ৰং দিব।"

"কিন্তু হাজৰিকা," অনিলে কলে "মানুহজন সাধাৰণ বিধৰ নহয়। ভদ্ৰ সমাজত তেওঁৰ স্থান আছে।"

অধৈৰ্য্য হৈ হাজৰিকাই কলে "তেনেকুৱা গণ্যমান্য চোৰ আৰু খুনী আচামী কুমুদৰ হাতেৰে বহুত বাগৰি গৈছে। দয়াকৰি আপুনি সোনকালে মটৰ চলাই দিয়ক, মিঃ ৰায়চৌধুৰী।"

এনেতে ভিতৰ ফালৰ পৰা মুকুল বৰ্ম্মণ লৰি ওলাই আহি ওচৰ চাপি কলে "শিৱাণীৰ বাকচৰ তলৰ ফালে অলঙ্কাৰৰ সৰু বাকচটোত এটা পুৰিয়া আছে স্যৰ। আৰ্চেনিকৰ বুলি মোৰ সন্দেহ হৈছে। বাদলৰ বাকচত পোৱা ছুটাৰ দৰে দেখিছো আৰু কাপোৰৰ জাপে জাপে বহুত নোট ওলাইছে।"

হাজৰিকাই কলে "ইয়াতে সুধীৰ বাবু বুলি দিল্লীৰ পৰা অহা ভদ্ৰলোকজনক তুমি চিনা নহয়। আটাইবোৰ খানাতালাচ কৰি তেওঁক সাক্ষী কৰিবা। বাকী যি কৰিব লাগে তুমি জানাই। চলাওক ৰায় চৌধুৰী।"

হাঁহিমাৰি অনিলে মটৰ চলাই দিলে। মদনে সুধিলে "অনিলৰ কথামতেহে কৰা উচিত আছিল নেকি হাজৰিকা ?"

কুমুদে পাছৰ ছীটৰ পৰা কলে "নালাগে স্যৰ। আপোনালোকে কেৱল মোক মানুহজন দেখুৱাই দি ঘৰলৈ যাওক। বাকী সকলো কাম মোৰ ওপৰত।"

কেইমিনিটমান পাছতে অনিলে এটা ধুনীয়া ঘৰৰ নঙলাত মটৰ ৰখাই কলে "এইটোৱে তেওঁৰ ঘৰ হাজৰিকা।"

অনিলৰ কথা শুনি হাজৰিকাৰ চকু দুটা ডাঙৰ হল। তথাপি মটৰৰ পৰা নামিল। মুখেৰে উচ্চাৰণ কৰিলে "ওঃ প্ৰণয় জোৱাৰ, মোৰ অনুমান ঠিকেই হৈছিল পিছে সেইটো নহয়, এইটোহে।"

বৈঠকখানাত থকা ভদ্ৰলোক জনে পিন্ধি উৰি ডিঙিত ষ্টেঠেস্কোপ ডাল ওলোমাই লৈ ক'ৰবালৈ যাবৰ কাৰণে সাজু হৈছিল। নঙলাত মটৰ ৰখোৱা দেখি ওচৰলৈ আহি সুধিলে "কাক বিচাৰিছে ?"

অনিলে উত্তৰ দিলে "ডাঃ দাসক।"

মানুহজনে কলে "ময়েই ডাঃ দাস।"

অনিলে কলে "হাজৰিকা আপুনি বিচাৰি ফুৰা পান্তা পালৰ হত্যাৰ দুই নম্বৰ আচামী এৱেঁই।"

খঙতে অগ্নি শৰ্ম্মা হৈ ডাঃ দাসে কলে "কি ? ইমান সাহস ? মিছা, ষড়যন্ত্ৰ। মই মান হানিৰ মকৰ্দ্দমা কৰিম।" বুলি উভতি খোজ লৈ যাব খোজা দেখি হাজৰিকাই পাছ ফালৰ পৰা হাতত খাপ মাৰি ধৰিলে। দাসে আজোৰ পিজোৰ কৰিলেও হাজৰিকাৰ বজ্ৰমুঠিৰ বাহিৰ হব নোৱাৰিলে। ইতিমধ্যে কনিষ্টবল চাৰিজন আহি আগুৰি ধৰিছিল। কুমুদে নিজ হাতেৰে হেণ্ডকাফো লগাই দিলে।

খঙতে দাঁত কামুৰি দাসে আৰু এবাৰ মানহানিৰ মকৰ্দ্দমাৰ

কথা কলত হাজৰিকাই কলে "আগে খালাচ হোৱা পিছতো মানহানিৰ টকা আদায় কৰি থাকিব পাৰিবা। খুনী আচামীৰ মুখত বৰ কথা ওলায়েই।"

অনিলে মটৰ চলাই দিলে। মদনৰ ঘৰত উপস্থিত হৈ চাহ এপিয়লা খাই বিদায় লৈ তাৰ পৰা ওলাই আহিল।

—চৈধ্য—

অনিলে যেতিয়া গগণ গগৈৰ ঘৰ পালেগৈ তেতিয়া সাত বাজিছে। মটৰৰ পৰা নামি পোনেই ভিতৰলৈ সোমাই গৈ দেখিলে যে গগৈ দম্পতিয়ে মুখামুখিকৈ বহি চাহ জলপান খাব ধৰিছে। দুৱৈৰ পৰাই অনিলে চিঞৰ মাৰি দিলে "গুড্ মৰ্ণিং নিউচিষ্টাৰ-ইন্-ল, গুডমৰ্ণি মিঃ গগৈ।" বুলি সোঁহাত মেলি মিচেচ্ গগৈৰ ওচৰ চাপিল। হাত মেলাৰ অৰ্থ বুজিব নোৱাৰি মিচেচ্ গগৈয়ে অনিলৰ মুখ আৰু হাতলৈ চাই ভেবা লাগি চাই থকা দেখি অনিলে কলে "হেণ্ডশ্বেক, হাত দিয়া।" বুলি নিজেই উকীলনীৰ হাতখনত থাপ মাৰি ধৰি বৰকৈ জোকাৰি দিলে।

"উস্ উস্ আইঔ মৰিলো, হাতখন গল। চোৱাচোন কাণ্ড চুৰা হাতখনত ধৰি নিজৰ হাতখনো লেতপেতীয়া কৰিলে। কিহে পাইছে মদ-টদ কিবা নিচা খাই আহিছা নেকি? উস্ উস্ ইমান দুখ পাইছো…"

তেওঁৰ কথালৈ কাণ নকৰি অনিলে গগৈক সুধিলে "আপোনাকো লাগিব নেকি গগৈদেও?"

"ৰক্ষা কৰা ভাই।" গগৈয়ে কলে "সমুখতে তেওঁৰ যি অৱস্থা

কৰা দেখিলো মোৰো যদি তাকে কৰা তেনেহলে মোৰ ব্রিক লেখাৰ ফালে আধ্যা পৰিব। হেণ্ডশ্বেক কৰি তেওঁৰ হাত ভাঙিলা যদি এতিয়া জলপান খুৱাই দিয়া।"

"লাগিব নেকি ন-বৌ?" বুলি অনিলে বাৰাণ্ডাত হাতখন ধুই আহি উকীলনীৰ ওচৰতে বহি পৰিল।

উকীলনীয়ে অনিলৰ মুখলৈ চাই কলে "মোৰ কালে চাই নাথাকিবা, মুখ লাগিব। একেবাৰে ৰাজ্য জয় কৰি ঘঙা ঘোঁৰাত উঠি অহাদি আহিছা দেখোন? ইমান ফুৰ্ত্তি কিহৰ?"

"ফুৰ্ত্তিহে দেখিছানে? ৰাজ্য জয় কৰাতকৈও বেছি বুজিছা নিউ-চিষ্টাৰ-ইন্-ল? ইস্ তোমাৰ পাতৰ এইটো খাবলৈ বৰ লোভ লাগিছে।" বুলি নাৰিকলৰ লাডু এটা তুলি আনি মুখত সুমাই ললে।

"নাখাবা নাখাবা, দেখিছা কাণ্ডখন! বোলো পাতৰ এৰা বুটলি ফুৰিছা যে তোমাক বেলেগে এসজা নিদিম নেকি? বাপুটি, এওঁক দিয়া।"

অনিলে কলে "অইন একো নালাগে, কেৱল লাডু আৰু ওভালটিন হলেই হব। আজি প্রথমে জংবাহাদুৰে খুৱালে। এতিয়া মদনৰ ঘৰতো চেলেকা মাৰি আহিলো। পেট ভৰি আছে।"

মিচেচ্ গগৈয়ে সুধিলে "অ' আই, ৰাতিপুৱাৰ পৰা ছুৱাৰ মাৰিলাই? দহ বজালৈ শোৱা মানুহ, আজি উঠিছিলা কেইবজাত?"

"উঠিলো ক'তা? বাহিৰত মুৰটো তিয়াই আহি শুম বুলি ছুৱাৰ মেলি দেখিলো যে পোহৰ হৈছেই। জং বাহাদুৰে ব্রেকফাষ্ট যোগালে, লবালবিকৈ গিলি ওলাই গলো।"

গগৈয়ে সুধিলে "বহুত কবিতা লিখিলে হবলা কালি ৰাতি?"

"কলম হাতত লোৱাই নাই আজি ছুমাহ।"

মিচেচ্ গগৈয়ে হাঁহিমাৰি কলে “তেনেহলে অকলে বহি বহি মদ খোৱাৰ বাদে আৰু কি কাম আছিল বুজি নাপাওঁ।”

“বুজি পাবা কেনেকৈ ; জ্যামিতিৰ স্বতঃসিদ্ধ বুজিছা, এই ধৰা এইটো টুকুৰা=সেইটো টুকুৰা। সেইটো টুকুৰা=সৌটো টুকুৰা। অতএব এইটো টুকুৰা=সৌটো টুকুৰা হয়নে নহয় ? অথবা ক=খ ; খ=গ ; ∴ ক=গ বুজিলা এতিয়া ?”

মিচেচ্ গগৈয়ে কলে “বেছ বুজিলো। মানে তেজপুৰৰ আস্পাতালত ঠাই আছে নে নাই তাৰেহে খা-খবৰ কৰিব লগীয়া হৈছে।”

গগৈয়ে অনিলৰ কথা বুজি গহীনভাবে সুধিলে “তেনেহলে সিদ্ধান্ত কৰিলে যদি সোনকালে সমাধান কৰি লেঠা মাৰক ৰায়চৌধুৰী।”

“এতিয়াও বাকী থকা বুলি ভাবেনে গগৈদেও ? ডবল চিকাৰ বুজিছে, ডবল চিকাৰ। ট্ৰিপ্‌ল্ কব পাৰে। থাম নেকি তোমাৰ ভাগৰ পাপৰ ভজা এখন ন-বৌ ?”

“মুছুৰা মোৰ পাতৰ বস্তু। তোমাক বেলেগে আনি দিব।” বুলি. নিজৰ কাহীখন আঁতৰাই মিচেচ্ গগৈ অনিলৰ পৰা দূৰত বহি বাপুটিক পাপৰ ভজা আনি দিবলৈ কৈ নিজৰ পাতৰখিনি লবালৰিকৈ খাই শেষ কৰিবলৈ ধৰিলে।

উকীলে সুধিলে “তিনিজন কোন কোন ?”

“ধৰক প্ৰথমতে শিৱানী···”

মিচেচ্ গগৈয়ে থাব এৰি থিয় হৈ কলে “কি ? কি কলা, তাই গিৰিয়েকক··· ?”

“আচৰিত নহবা ন-বৌ।” অনিলে কলে “ইয়াতকৈও আচৰিত ঘটনা সংসাৰত সদায় ঘটিবই লাগিছে। তাৰ পিছত তাইৰ ভায়েক সুবল আৰু তৃতীয়তে ডাঃ দাস।”

“সাংঘাতিক কথা।” বুলি উকীলনীয়ে মুখ মেলি থাকিল।

আৰু এপিয়লা চাহ বাপুটিক দিবলৈ কৈ গগৈয়ে সুধিলে “এৰা, চিকাৰ ডাঙৰ আৰু তাতোকৈ সাংঘাতিক আপোনাৰ কৌশল। কালি নিশালৈকে আপুনি ইহঁত দুজনৰ কথা সমূলি উল্লেখকে কৰা নাছিল। হঠাতে সপোনতে কিবা শুংসূত্ৰ পালে নেকি যে অসাধ্য সাধন কৰিলে ? সকলো কথা…”

বাধা দি মিচেচ্ গগৈয়ে কলে “ভালকৈ বৰ্ণাই যোৱা ৰায় চাহাব। তোমাক আজি দুপৰীয়া ভালকৈ খুৱাই দিম।”

অনিলে কলে “লোভ দেখুৱাব নালাগে দিয়া। প্ৰথমে তোমাক কওঁ বুলিহে লৰি আহিছো, নহলে ঘৰলৈ গৈ শুই থাকিলোহেঁতেন। শুনা·” বুলি অনিলে কালি গগৈৰ ঘৰৰ পৰা ওলাই মদনৰ লগত কথাপাতি নিজৰ ঘৰৰ সমুখত কুমুদক লগ পোৱালৈকে বৰ্ণাই শেষ কৰিলত মিচেচ্ গগৈয়ে ডাঙৰকৈ হাঁহি উঠিল।

গগৈয়ে কলে “নাহাহিবা, তাৰ স্বভাৱ তেনেকুৱাই। মূৰত উঠা আৰু ভৰিত ধৰা দুয়োবিধ অভ্যাস তাৰ জন্মগত। কওক ৰায়চৌধুৰী।”

তাৰ পিছত অনিলে বাকীখিনি বৰ্ণাই শেষ কৰি চিগাৰেটৰ টুকুৰা তিনিটা সমুখত লৈ কেচটো আদিৰ পৰা ভালকৈ এবাৰ নিজৰ মনতে বিশ্লেষণ কৰি চোৱাৰ কথা বৰ্ণালে। অৱশেষত কলে “প্ৰথম দিনা ৰহস্যজনক চিগাৰেটৰ টুকুৰা আৰু খালি দিয়াছলাইটো পোৱাৰ পিছতেই মোৰ সন্দেহ উপজিছিল মানুহজনক বিচাৰি উলিয়াবলৈ আৰু কাৰ লগত কথা পাতিছিল জানিবলৈ কিন্তু দাৰোগাই বিধি পথালি দিলে। সেই দুপদ বস্তু তেওঁক দেখুওৱাতো বিপৰীত ভাবেৰে ভাবি অবহেলাৰে ফিৰাই দিলে। তদুপৰি যাতে মই পালৰ ঘৰত আৰু তেওঁৰ অফিচত কামকৰা কোনো মানুহৰ ওচৰ চাপিব নোৱাৰো তাৰো বাবে পকা বন্দবস্ততো কৰিলেই, এনেকি মোৰ পাছে পাছে অবাবতে ঘূৰি মোক হায়ৰান কৰিবলৈ ধৰিলে। তেতিয়াই তেওঁ

এদিন "প্ৰণয় জোঁৱাৰ' শব্দটো মোক শুনাইছিল। মোৰো মনত অৱশ্যে শব্দটোৱে সঁাচ বহুৱাইছিল। কিন্তু বাদল আৰু মল্লিকাৰ ওপৰত নহয়। তেতিয়া ভাবিছিলো হয়তো কিন্নৰী আৰু কোনোবা এজন, মনে বৰকৈ নামানিলে যদিও সুবল আৰু কিন্নৰীক বৈঠকখানাৰ ভিতৰত আলাপ কৰি থকা অৱস্থাত দেখি সন্দেহ এৰি দিয়া নাছিলো। তাৰ পিছত যেতিয়া শিৱানীৰ লগত দেখা হল আৰু তেওঁ দেখা কৰিবলৈ অহাৰ সময়ত হঠাতে চুলিবোৰ ইচ্ছা কৰি আউলি-বাউলি কৰি অহাৰ প্ৰমাণ পালো আৰু যেতিয়া দেখিলো যে পিঙ্কা ক্ৰেম্ভনেৰৰ আন কাপোৰৰ মাজেতে নিজৰ ধুনীয়া শৰীৰৰ প্ৰদৰ্শনি দেখুৱাত বৰুৱ ক্ৰুটি কৰা নাই, আৰু চকুপানী নোলালেও তলমুৱাকৈ থাকি কাপোৰৰ আচলেৰে চকু দুটা বৰকৈ মোহাৰি ৰঙা কৰি চকুপানী মচাৰ ভাও কৰে তেতিয়াই মোৰ সন্দেহ হৈছিল যদিও ভাবিছিলো যে গিৰিন্দ্ৰক কোনোবাই হত্যাকৰাত তেওঁৰ অকণো দুখ নাই। কিয়নো মৃত্যুৰ লগে লগে বাকচৰ টকা তেওঁ নিশ্চয় চুৰ কৰি সন্তুষ্ট হৈছে। তদুপৰি মল্লিকাই খালাচ নাপায় বুলি জানে আৰু আনপিনে জোৰ কৰি কিন্নৰীক সুবলৰ লগত বিয়া দিলে তেৱেঁই সৰ্ব্বেসৰ্ব্বা হব।"

হঠাতে মিচেচ্ গগৈয়ে মাত লগালে "অ' আই, তুমি কম..."

"ব'বা নামাতিবা।" অনিলে কলে "দাৰোগাই যেতিয়া কটকটীয়াকৈ মোৰ বিৰুদ্ধে ব্যৱস্থা কৰিলে তেতিয়াই পালো সুধীৰক। চিগাৰেট হুপাজনক চিনিবলৈ আৰু শিৱানীৰ ওচৰলৈ কোন কোন আহে চকু দিবলৈ তেওঁক পাই ভালেই পালো। লগতে শিৱানীৰ বাকচত চুৰকৰা টকাবোৰ আছে নে নাই গোপনে খানাতালাচ কৰি চাই মোক জনাবলৈ কলো। সেই কাম তেওঁ কৰিলে প্ৰথমে। শিৱানীৰ বাকচত বহুত টকা দেখি তেওঁতো নাৰ্ভাচ। তাৰ পিছতে মোক বিচাৰি ফুৰিছিল। বাকী কামৰ ক্ষেত্ৰত তেওঁ ভুল কৰিলে।

সদায় পুলিচে পহৰা দিয়াৰ দৰে তেওঁ বহুত ৰাতিলৈকে পহৰা দি থাকিবলৈ ধৰিলে। গতিকে উভয় পক্ষই তেওঁৰ কাম দেখি হয়তো সাৱধান হৈছিল। সুধীৰ আঁতৰত থাকিলে শিৱানীয়ে ফোন কৰা কথা মোক কৈছিল কিন্তু কাক ফোন কৰে বুজিব পৰা নাছিলো। দুদিন ডাঃ দাসে শিৱানীৰ ঘৰলৈ দিনতে আহি কথা পতা বুলি মোক জনাইছিল যদিও সেইকথা সন্দেহৰ বাহিৰ।"

উকীলে কলে "সিহঁতে যেতিয়া দেখিলে যে সুধীৰে বহুত ৰাতিলৈকে পহৰা দিয়ে তেতিয়া হয়তো দেখা কৰা সময়টো পিছুৱাই শেষ ৰাতিৰ ফালে কৰিছিল অথবা সকলোৱে শোৱাৰ পিছত ঘৰতে দেখা কৰিছিল।"

"সেই দুটাৰ কোনোটোৱেই নহয়, গগৈদেও। কিয়নো সুধীৰে নিতৌ ৰব-পুৱাতে উঠি সেই ঠাইত চিগাৰেটৰ টুকুৰা বা খোজৰ চিন আদি কিবা পায়নে চাইছিল। আৰু ঘৰত দেখা কৰি কথা পতা সম্পৰ্কে অসুবিধা বহুত। তাৰ প্ৰধান অন্তৰায় সুধীৰ, কিন্নৰী আৰু সুবল। গতিকে ইয়াৰ ভিতৰত ইহঁতৰ দেখা হোৱা নাছিল। যি নহওক, সুধীৰো কম মানুহ নহয় সি পহৰা দিবলৈ এৰা নাছিল কিন্তু কালি অলপ সোনকালে শুইছিল আৰু টোপনিও আহিছিল। তাকে দেখি হয়তো শিৱানীয়ে ফোন কৰিছিল। আৰু দুৰ্কপাল বাবে হঠাৎ সুধীৰৰ টোপনি ভাগিছিল। বহুত পৰলৈ যে কথা পাতিছিল এই কথা ঠিক। এটা চিগাৰেটৰ টুকুৰা কেতিয়াবাই নুমাইছিল। দ্বিতীয় চিগাৰেটটো শেষ হবৰ সময়ত হে সুধীৰে সাৰ পালে আৰু তাক উঠা দেখি সি পলাল। দ্বিতীয় টুকুৰাটো চাইকলত উঠাৰ সময়ত পেলাই থৈ গল।"

অনিলে চিগাৰেট এটা গগৈক দি নিজে এটা জলাই মিচেচ্ গগৈৰ ফালে চাই এটা আগবঢ়াই ৰসিকতা কৰি কলে "সেই টুকুৰা তিনিটাই

হল মোৰ সম্পত্তি। বহুত ভঙা পতা কৰিলো কিন্তু নিমিলেহে নিমিলে। মানুহজনে চিগাৰেট হুপিছে কিন্তু লগৰ জনে হুপা নাই। যদি সুবল হলহেঁতেন সি সেইখিনি সময়ত অন্ততঃ দুটামান হুপিলে-হেতেন। সি শুদামুখেৰে থাকিব নোৱাৰে। গতিকে প্ৰথম চিগাৰেটৰ মানে কালিৰ সুমাই গছতলত পৰি থকাটোৱে আঙুলিয়াই দিলে যে লগৰজন নিশ্চয় শিৱানী অথবা কিন্নৰী। কিন্তু কিন্নৰী সুধীৰৰ চকুৰ আগত গতিকে শিৱানী। দ্বিতীয়টোৱে অৰ্থাৎ বাটত পেলাই দি যোৱাটোৱে ভাবিবলৈ বাধ্য কৰিলে যে সেইকালৰ পৰা কোন কোন শিৱানীৰ তালৈ দিনত দেখা কৰিবলৈ আহে। প্ৰথমতে উকীল মহৰী, কিন্তু তেওঁলোকৰ কাম সুকীয়া। সম্পত্তি সংক্ৰান্তত আলোচনা কৰা কথা সুধীৰে সদায় শুনি আছে। দ্বিতীয়তে শিৱানীৰ দুজন মিটিৰ কিন্তু টকা ধাৰ কৰিবলৈ অহাবাবে সিহঁতক তাই গালি পাৰি খেদিছিল। তৃতীয়তে তোষামোদ দালাল। তাক শিৱনীয়ে মাতে, সি তালৈ আহে। তাৰ লগত ভাল ভাবো আছে বুলি সুধীৰে কয় কিন্তু সি তেনেকুৱা চিগাৰেট নোহোপে বুলি মই জানো। তদুপৰি দিয়াছলাইৰ ওপৰত থকা প্ৰিণ্ট তাৰ প্ৰিণ্টৰ লগত নিমিলিল। গতিকে সিও বাদ পৰিল।"

আৰু দুহোপা মাৰি অনিলে আকৌ কলে "ইপিনে মদনে দিয়া ফিংগাৰপ্ৰিণ্টৰ ফটো টেবিলতে পৰি আছিল। তেতিয়া ভাবিলো যে সেইদুটা প্ৰিণ্ট কাৰো লগত নিমিলে কিয়? অৱশ্যে মোৰ বিশ্বাস আছিল যে এটা প্ৰিণ্ট শিৱানীৰ লগত মিলিব। আৰু সুধীৰে দিয়া তাইৰ প্ৰিণ্ট নলিনক ডেভেলাপ কৰি ৰাখিবলৈ দিও আহিছিলো। তেতিয়াই স্থিৰ কৰিছিলো যে শিৱানীয়ে আৰ্চেনিকৰ পুৰিয়া বাদলৰ বাকচত থৈছিল। তেন্তে বাকীটো কাৰ প্ৰিণ্ট হব পাৰে? কোৱা নবৌ?"

উকীলনীয়ে কলে "যিজনে আৰ্চেনিক কিনি আনি দিছিল তেঁৱেই হব লাগিব আৰু কাব হব ?"

দীঘলকৈ এহোপা মাৰি অনিলে কলে "ঠিক কথা কিন্তু আৰ্চেনিক হ'তে ত'তে নাপায় আৰু পালেও যেয়ে সেয়ে কিনিব নোৱাৰে। তেতিয়াই চকুত পৰিল চিগাৰেটৰ দ্বিতীয় টুকুৰাটো আৰু মনত পৰিল সেই ফালৰ পৰা আৰ্চেনিক আনি দিব পৰা কোন মানুহ আছে যাৰ পালৰ ঘৰলৈ আহ-যাহ কৰাৰ অভ্যাস আছে ? আৰু যায় কলৈ ? সুধীৰৰ কথামতে দুদিনো ডাঃ দাসে তাইৰ লগত দেখা কৰিছিল। চিগাৰেটৰ তিনিওটা টুকুৰা একে ব্ৰেণ্ডৰ গতিকে প্ৰথম দিনা চিগাৰেটৰ টুকুৰা পেলোৱাজন ডাঃ দাস। বাকীটো ফিংগাৰপ্ৰিণ্টৰ লগত ভেওঁৰ প্ৰিণ্ট মিলিবই লাগিব আৰু লাগিব দিয়াছলাইৰ ওপৰত থকাবোৰৰ লগত, হয়নে নহয় কোৱা ?"

মিচেচ্ গগৈয়ে কলে "নহব পাৰেনে ? পিছে অফিচত থকা বটলৰ দৰবৰ লগত কোনে বিহ মিলাইছিল ?"

"বটলৰ গাত থকা ফিংগাৰপ্ৰিণ্ট বাকীবোৰ ডেভেলাপ কৰি মিলাই চালেই পুলিচে কব পাৰিব। মোৰ বিশ্বাস সুবলে সেই কাম কৰিছিল। অথবা ডাঃ দাসেও কৰিব পাৰে। পিছতহে জানিব পাৰিবা। কিন্তু এটা কথাত মোৰ এতিয়াও সন্দেহ আছে দেই।"

গগন গগৈয়ে সুধিলে "কি কথাত ?"

"কওঁ শুনক," অনিলে উত্তৰ দিলে "পান্তা পালে সেইদিনা ভাত খাই উঠাৰ পিছতেই পেটৰ বিহ বৰ বেছিকৈ উঠিছিল, নহয় জানো ? তাৰ পিছত অফিচলৈ গৈ পোৱাৰ লগতে আৰ্চেনিক পইজনৰ আটাইবোৰ লক্ষণ ফুটি ওলায়। নৰমল্লিকাই দৰব খুৱাই দিয়াৰ লগে লগে শেষ লক্ষণ প্ৰকাশ পায়। কিন্তু আৰ্চেনিক গিলাৰ লগে লগে এনেবোৰ লক্ষণ প্ৰকাশ পাব নোৱাৰে। এতেকে মই

সন্দেহ হ... ৰো হয়তো ভাত দিয়াৰ সময়ত শিৱানীয়ে আগধৰি…”

“উঃ, জঘন্য পশু, আৰু নুশুনো।” বুলি কৈ মিচেচ্ গগৈ খঙেৰে ওলাই গল।

গগৈয়ে সুধিলে “আমাৰ মক্কেলৰ কথা কিবা উলিয়াইছিল নেকি ৰায় চৌধুৰী?”

“উলিয়াইছিলো। মদনে কৈছে বোলে কাকতত জঙ্গৰ চহী কৰাই যিমান সোনকালে পাৰে খালাচ কৰি নিজে লৈ আহিব।”

এনেতে বাহিৰত কোনোবা মক্কেল অহা বুলি চাকৰটোৱে খবৰ দিলত দুয়োজনে বাহিৰ ওলাই গল।

---

অন্ত

---

ইয়াৰ পিছত ‘পা-ফু’ চিৰিজৰ ১৬নং ‘প্ৰতিঘাত’ ওলাব ধৰিছে।

